পূজ্যপাদ

মহামহোপাধ্যায়

৺ধীৰেশ্বৰাচাৰ্য্য—কৱিৰত্নদেৱৰ

# জীৱনচৰিত ।

ৰচক—

শ্ৰীকামাখ্যা চৰণ ভট্টাচাৰ্য্য ব্যাকৰণশাস্ত্ৰী

সংস্কৃত-শিক্ষক ।

চৰকাৰী-সাহায্য-প্ৰাপ্ত বিদকৰণ—বালচান্দ

উচ্চ-ইংৰাজী-বিত্থালয় ।

( পলাশবাৰী )

( দ্বিতীয় সংস্কৰণ )



বেচ—২৲ দুটকা

প্ৰকাশক ( গ্ৰন্থকাৰ )।
পোঃ কামাখ্যা ধাম।
জিলা কামৰূপ।

শক—১৮৮১, ২৯ পুহ ( উত্তৰায়ণ সংক্ৰান্তি )
বৃহস্পতিবাৰ।

ইং—১৯৬০, ১৪ জানুয়াৰী।

'গুৱাহাটী প্ৰেছ', গুৱাহাটীত
শ্ৰীসুৰেশ চন্দ্ৰ নাগৰ
দ্বাৰা মুদ্ৰিত।



মহামহোপাধ্যায় পণ্ডিত ৺ধীৰেশ্বৰাচাৰ্য্য ।

## —※ গ্ৰন্থ-সমৰ্পণ ※—

শব্দব্ৰহ্মস্বৰূপিণী

আৰু

সৰ্ব্ববিদ্যাৰ অধিষ্ঠাত্ৰী সৰস্বতীদেৱীৰ

অভয় চৰণযুগলত

শ্ৰদ্ধা আৰু ভক্তিৰে সৈতে মোৰ "শিক্ষাগুৰুদেৱ"ৰ

"এই জীৱনচৰিত"খন

সমৰ্পণ কৰিলোঁ ।

—গ্ৰন্থকাৰ

# অভিমত ।

মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কবিৰত্নদেৱৰ জীৱনী-বিষয়ে অসম সাহিত্য-সভাৰ ভূতপূৰ্ব্ব প্ৰধান সম্পাদক, যোৰহাট নৰ্ম্মাল স্কুলৰ ভূতপূৰ্ব্ব ছুপাৰিণ্টেণ্ডেণ্ট, প্ৰবীণ-সাহিত্যিক ৺শৰচ্চন্দ্ৰ গোস্বামী বি-এ,-বি-টি মহাশয়ৰ অভিমত ঃ—

পণ্ডিত শ্ৰীযুক্ত কামাখ্যাচৰণ ব্যাকৰণশাস্ত্ৰী এজন অসমীয়া সাহিত্যৰ একান্ত সেৱক। বহুদিনৰ পৰা এওঁৰ সাহিত্যানুৰাগ অনেকে লক্ষ্য কৰিব পায়।

এওঁ পাণিনীয়-ব্যাকৰণত উপাধি আৰু পদক পাইছে। এওঁ পঢ়িছিল মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যৰ ওচৰত; আৰু মহামহোপাধ্যায়ৰ এজন অতিপ্ৰিয়-ছাত্ৰ আছিল।

এওঁ আজি তিনি-চাৰি বছৰে অশেষ পৰিশ্ৰম কৰি, মহামহোপাধ্যায়ৰ এই জীৱনীখন লিখি উলিয়াইছে! জীৱনীৰ উপাদান সংগ্ৰহ কৰিবৰ কাৰণে পণ্ডিত মহাশয়ে, অনেক লোকক সাক্ষাৎ কৰিছে; আৰু অসমৰ অনেক ঠাইলৈ গৈছে। তেওঁৰ গুৰুভক্তি বৰ প্ৰশংসনীয়।

জীৱনীখন মই হাতে লিখা অৱস্থাতে চাইছিলোঁ। ইয়াত মহামহোপাধ্যায়ৰ জীৱনৰ ঘটনা সংক্ষেপতে দিয়া হৈছে। বিষয় চাই ভাষাও ভাল হৈছে।

পণ্ডিত মহাশয়ৰ সাহিত্যৰ এই প্ৰথম চেষ্টাৰ মই সাফল্য কামনা কৰিছোঁ! ইতি—

ছিলং
৫।৭।২৮

শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী

# পাতনি ।

অসমৰ গৌৰৱ মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কবিৰত্নদেৱে, মায়া-মোহ-ময় মৰ্ত্ত্যলোকৰ পৰা স্বৰ্গধামলৈ মহাপ্ৰয়াণ কৰিবৰ আজি প্ৰায় ন-বছৰ অতীত হৈ গল। কিন্তু বৰ বেজাৰৰ কথা যে, অসম-মাতৃৰ উজ্জ্বলতম-ৰত্ন উক্তদেৱৰ জীৱন-বৃত্তান্ত আজিলৈকে, কোনো গুণগ্ৰাহী প্ৰবীণ অসমীয়া সাহিত্যিকে লিখি নুলিয়ালে।

যি হওক, প্ৰায় তিনি-বছৰমান আগেয়ে, এদিন গুৱাহাটীৰ কটন্‌কলেজৰ ভূতপূৰ্ব্ব অধ্যাপক শ্ৰীযুক্ত সূৰ্য্যকুমাৰ ভূঞা এম্-এ,-বি-এল (বৰ্ত্তমানে ডক্তৰ উপাধি পাইছে; আৰু ভাৰতীয় লোক-সভাত অসমৰ প্ৰতিনিধিত্ব কৰিছে) ডাঙৰীয়া পলাশবাৰীলৈ অহাত তেখেতৰ লগত মোৰ হঠাৎ দেখা হল।

তাৰ পিচত কথা-প্ৰসঙ্গত, তেওঁ দেউৰ জীৱনী লিখিবলৈ মোক ৰৰকৈ উদগণি দিয়ে। সেই সময়ত অধ্যাপক ডাঙৰীয়াৰ লগত, পলাশবাৰী উচ্চ-ইংৰাজী-বিদ্যালয়ৰ ভূতপূৰ্ব্ব প্ৰধান শিক্ষক শ্ৰীযুক্ত যোগেশচন্দ্ৰ তামূলী বি-এ ডাঙৰীয়াও আছিল। তেখেতেও উক্ত বিষয়ে মোক উৎসাহিত কৰিলে,

তেওঁলোকৰ সাধু উদগণি পাই, দেউৰ জীৱনী লিখিবলৈ মোৰো হেপাহ বাঢ়িল। বিশেষতঃ কবিৰত্নদেৱ মোৰ শিক্ষা-গুৰু আছিল। তাৰ পিচৰ পৰাই, মই দেউৰ জীৱনীৰ সঁজুলি সংগ্ৰহ কৰিবলৈ যত্নবান হলোঁ; আৰু পোন প্ৰথনতে দেউৰ জন্মস্থান আঠঘৰীয়া গাওঁ; আৰু তেখেতৰ মাতুলালয় নাগৰকুছি গাৱঁলৈ গৈ বহুত কথা সংগ্ৰহ কৰিলোঁ।



তাৰ পিচত দেৱে অধ্যাপনা কৰা ঠাই উত্তৰ-গুৱাহাটী, নগাওঁ, আউনীআটী; আৰু দক্ষিণপাট সত্ৰলৈয়ো গৈছিলোঁ। আউনীআটী; আৰু দক্ষিণপাট সত্ৰত বেছি কথা নাপালোঁ। পৰিশ্ৰম মাথোন সাৰ হল। গুৱাহাটীতো বহুত কথা জানিব পাৰিছোঁ।

দেউৰ বিষয়ে আৰু কিছুমান কথা জানিবলৈ ঠায়ে ঠায়ে কেইজন-মান বিদ্বান্‌লোকলৈ চিঠিও লিখিছিলোঁ। কিন্তু সেই চিঠিৰ পৰা কোনো ফল নহল; আৰু কিছুমান এনেকুৱা মানুহো দেখিলোঁ যে, তেওঁলোকে নিজৰ নিজৰ গৌৰৱহানি হব বুলি ভাবি, দেউৰ বিষয়ে কথা জানিও নজনাৰ ভাও ধৰিলে। দেউৰ জীৱনৰ জানিবলগীয়া সৰু-সুৰা আৰু উল্লেখযোগ্য বহুত ঘটনা যে, অতীতৰ লগত লীন হৈ আছে, তাত অকণো সংশয় নাই। তথাপি যথাশক্তি কথা-সংগ্ৰহ কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই। প্ৰত্যেক দেশৰে প্ৰসিদ্ধ প্ৰসিদ্ধ অসাধাৰণ পুৰুষসকলৰ "জীৱন-চৰিত" বৰ লাগতিয়াল। কাৰণ তেওঁলোকৰ আৰ্হি লৈ ছাত্ৰবিলাকে দোপতদোপে উন্নতিৰ জখলাত উঠিব পাৰে।

দেৱৰ বংশাৱলীৰ কেইটামান নামৰ লগত ৺নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য দলৈৰ ঘৰত থকা পুৰুষনামাৰ কিছুমান নামৰ অমিল আছে। অনুমান কৰোঁ দেৱে ছন্দো মিলাবলৈ, ব্যক্তনামৰ ঠাইত "গুপ্ত"নামৰ প্ৰয়োগ কৰিছে।

তাৰ প্ৰমাণ দেৱে "বংশ-পৰিচয়"ৰ এঠাইত তেখেতৰ পুতেকৰ নাম "তাৰানাথ"ৰ সলনি "সৰ্ব্বেশ্বৰ" লিখিছে।

মাননীয় ৺শৰৎচন্দ্ৰ গোস্বামী বি, এ, বি, টি, মহাশয়ে এদিন পলাশবাৰীত, পুথিখন হাতে লিখা অৱস্থাতে চকু ফুৰাই দিছিল:

আৰু এবাৰ গুৱাহাটীত, তেওঁ মোক জীৱনীখন শীঘ্রে ছপোৱাবলৈ উৎসাহিত কৰাৰ বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞতা প্রকাশ কৰিলোঁ।

শ্রীযুক্ত সূৰ্য্যকুমাৰ ভূঞা এম্, এ, বি, এল্ আৰু শ্রীযুক্ত ডিম্বেশ্বৰ নেওগ বি, এছ্, ছি, (বৰ্ত্তমানে এম্. এছ্, ছি, বি, টি) ডাঙৰীয়াহঁতে কিতাপখনৰ হাতে লিখা অৱস্থাতে কেইপিঠিমান চাই দিয়াৰ নিমিত্তে লেখকে তেওঁলোকৰ ওচৰত শলাগ জনালে।

তাৰ পিচত প্রুফ চোৱা; আৰু আন আন কিছুমান কথাত গুৱাহাটীৰ "মাণিকচন্দ্র মাইনৰ-স্কুল"ৰ ভূতপূৰ্ব্ব প্রধান শিক্ষক ৺হৰমোহন দাস বি, এ, এল্, টি; আৰু পলাশবাৰী হাইস্কুলৰ ভূতপূৰ্ব্ব সহকাৰী প্রধান শিক্ষক মোলবী আজিজৰ ৰহমন্ বিদ্যাবিনোদ ডাঙৰীয়াই দুই-তিনিবাৰমান প্রুফত চকু ফুৰাই সাহায্য কৰিছিল, সেইবাবে তেওঁলোকৰ ওচৰতো শলাগ জনাইছোঁ।

কেইজনমান গুণগ্রাহী সদাশয় ভদ্রলোকে জীৱনীখন ছপোৱাবলৈ মোক যথাশক্তি আৰ্থিক সাহায্য কৰিছে। পলাশবাৰী হাইস্কুলৰ কিছুমান ছাত্রে অগ্রিম গ্রাহক হৈ জীৱনীখন ছপোৱাবলৈ বিশেষ উপকাৰ কৰিছে। সেইবাবে মই ভদ্রলোক কেজনৰ ওচৰত কৃতজ্ঞ থাকিলোঁ; আৰু দয়াময় ভগবানৰ ওচৰত ছাত্রবিলাকৰ মঙ্গল আৰু উন্নতি কামনা কৰোঁ।

পৰিশেষত জনাওঁ যে, অসমীয়া-সাহিত্য-ক্ষেত্রত মোৰ এয়ে প্রথম প্রবেশ আৰু চেষ্টা। কিতাপখনত নানাতৰহৰ দোষ থাকিল বুলি মোৰ বিশ্বাস। সেইবাবে "জীৱন-চৰিতৰ" দোষ-গুণ বুজা প্রবীণ অসমীয়া সাহিত্যিকসকলে যেন কিতাপখনক সুদৃষ্টিৰে চায়।

ছাত্র, ছাত্রী, পাঠক, পাঠিকাসকলে কিতাপখন পঢ়ি সুখ পালে মোৰ পৰিশ্রম আৰু অর্থব্যয় সার্থক হৈছে বুলি ভাবিম।



ইয়াত আৰু এক-আষাৰ কথা কবলগীয়া হল যে, তলত লিখা লোকসকলে দেউৰ বিষয়ে জনা আৰু শুনা কথাবোৰ কৈ মোক বিশেষকৈ সাহায্য কৰাৰ কাৰণে মই তেওঁলোকৰ ওচৰত চিৰকৃতজ্ঞ থাকিলোঁ।

৺নাৰায়ণ চন্দ্র ভট্টাচাৰ্য্য দলৈ, ৺ৰবিনাথ শৰ্ম্মা, শ্রীযুক্ত কন্দর্পদেৱ শৰ্ম্মা, নাগৰকুছিৰ শ্রীযুক্ত জগন্নাথ শৰ্ম্মা, শ্রীযুক্ত প্রতাপচন্দ্র গোস্বামী, শ্রীযুক্ত ত্রিপুৰেশ্বৰ গোস্বামী, পণ্ডিত ৺হেমচন্দ্র গোস্বামী, ৺কালীচৰণ সেন উকিল, ৺কৃষ্ণচন্দ্র চৌধাৰী, ৺ৰজনীকান্ত বৰদলৈ, শ্রীযুক্ত কামাখ্যাৰাম বৰুৱা, ৺লিখনেশ্বৰ গোস্বামী, শ্রীযুক্ত সূৰ্য্যকুমাৰ ভূঞা, শ্রীযুক্ত জয়কৃষ্ণ গোস্বামী, ৺পুষ্পচন্দ্র দলৈ, শ্রীযুক্ত উমাদেৱ গোস্বামী, ৺পদ্মাবতী দেৱী, ৺নন্দৰাম গাওঁবুঢ়া ইত্যাদি।

এওঁলোকৰ বাজেও আৰু কিছুমানলোকৰ পৰা কথা সংগ্রহ কৰিছোঁ। তেওঁলোকৰ নাম জীৱনীৰ ঠায়ে ঠায়ে পাঠক-পাঠিকাৰ চকুত পৰিব।

পলাশবাৰী।
১৮৫০ শক, ২৮ আহাৰ।
১২।৭।১৯২৮ খৃষ্টাব্দ।

শ্রীকামাখ্যাচৰণ ভট্টাচাৰ্য্য।

## দ্বিতীয় সংস্কৰণৰ বিজ্ঞাপন ।

যোৱা ১৮৫০ শক, ২৮ আহাৰ, ইংৰাজী ১২।৭।১৯২৮ খৃষ্টাব্দত, অসমৰ সুবিখ্যাত সংস্কৃত কৱি মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্নদেৱৰ জীৱনীৰ প্ৰথম সংস্কৰণ ছপোৱাই প্ৰকাশিত কৰা হৈছিল।

দ্বিতীয় সংস্কৰণ কেতিয়াবা সুযোগমতে উলিয়াবলৈ পাবিম বুলি আশান্বিত হৈ, এখন জীৱনচৰিত সযত্নে বাকছত সাঁচি ৰাখিছিলোঁ।

আজি প্ৰায় চাৰি বছৰৰ পৰা কৰা চেষ্টাৰ ফলস্বৰূপে, অসম চৰকাৰৰ ভূতপূৰ্ব্ব শিক্ষা-মন্ত্ৰী শ্ৰীঅমিয় কুমাৰ দাস ; আৰু গৰকাপ্তানি বিভাগৰ ভূতপূৰ্ব্ব মন্ত্ৰী শ্ৰীসিদ্ধিনাথ শৰ্ম্মা মহাশয় দ্বয়ৰ আংশিক অৰ্থ সাহায্য ; আৰু বৰ্ত্তমানে অসম চৰকাৰৰ শিক্ষাবিভাগৰ কৰ্ত্তৃপক্ষৰ অৰ্থানুকূল্যত দেৱৰ জীৱনচৰিতৰ দ্বিতীয় সংস্কৰণ অসমীয়া ৰাইজৰ সমুখত প্ৰকাশ কৰিবলৈ কৃতকাৰ্য্য হোৱাৰ বাবে মোৰ অন্তৰাত্মা আনন্দিত হৈছে।

গতিকে মই অৰ্থ-সাহায্য কৰা সদাশয় গুণগ্ৰাহী লোকসকলৰ ওচৰত বিশেষ কৃতজ্ঞতা জনালোঁ।

পৰিশেষত কওঁ যে, মই নিজে অতি সাৱধানে পুথিখনৰ তিনিবাৰ প্ৰুফ্ সংশোধন কৰি দিয়া সত্ত্বেও পুথিখনৰ ঠায়ে ঠায়ে কিছুমান আখৰৰ অস্পষ্টতা ; আৰু বৰ্ণাশুদ্ধি আদি ৰৈ গ'ল। সেই বাবে যি কোনো ছপোৱা পুথিৰ গুণ-দোষ বুজোঁতা পাঠক-পাঠিকা সকলে নিন্দা নকৰিব বুলি আশা কৰিলোঁ।

তাং— ১৪।১।১৯৬০ ইং

গ্ৰন্থকাৰ॥

## মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্ন-দেৱৰ জীৱন-চৰিতৰ দ্বিতীয়-সংস্কৰণ সম্পৰ্কে অভিমত।

### অসম সংস্কৃত-বৰ্ডৰ সম্পাদক আৰু সংস্কৃত-বিশ্ব পৰিষদৰ অসম-শাখাৰ অবৈতনিক অধ্যাপক মাননীয় শ্ৰীযুত জীৱেশ্বৰ শৰ্ম্মা এম্, এ, বি, টি, বেদান্ততীৰ্থ মহাশয়ৰ অভিমত ।

৺কামাখ্যাধামৰ সুপণ্ডিত শ্ৰীযুত কামাখ্যা চৰণ ভট্টাচাৰ্য্যদেৱে বহু-দিন আগতে, সংস্কৃত-জগতৰ উজ্জ্বলতমৰত্ন মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যৰ জীৱনচৰিত প্ৰকাশ কৰি নিজে ধন্য হৈছে ; আৰু আমাৰ জাতীয় গৌৰৱো বঢ়াইছে। প্ৰথম সংস্কৰণৰ গ্ৰন্থবোৰ শেষ হৈ যোৱাত, ৰাইজে ভালেমান দিনৰে পৰা এই গ্ৰন্থৰ অভাৱ অনুভৱ কৰি আহিছে। গতিকে এই উপাদেয় গ্ৰন্থৰ পৰিবৰ্দ্ধিত দ্বিতীয় সংস্কৰণ উলিয়াবলৈ মহামহোপাধ্যায়ৰ সুযোগ্য ছাত্ৰ ভট্টাচাৰ্য্য-দেৱে কৰা চেষ্টা কেৱল প্ৰশংসনীয়েই নহয়, ই আমাৰ অসমীয়া ৰাইজৰ পক্ষে নিতান্ত আৱশ্যকীয় কামও।

মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যৰ পাণ্ডিত্য, কৱিত্ব আৰু সৰ্ব্বতো-মুখী প্ৰতিভাৰ হুবহু-চিত্ৰ অঙ্কণ কৰাত, গ্ৰন্থকাৰ বিশেষভাৱে কৃত-কাৰ্য্য হোৱা বুলি তেখেতৰ গ্ৰন্থ অধ্যয়ন কৰি চালে বুজা যায়। নতুন সংস্কৰণ মুদ্ৰিত হৈ উঠাৰ পিচত এই গ্ৰন্থৰ আদৰ বাঢ়িব ; আৰু বহুল প্ৰচাৰ হব বুলি আশা কৰোঁ।

৩।১২।৫৯ ইং।<br>গুৱাহাটী।

শ্ৰীজীৱেশ্বৰ বেদান্ততীৰ্থ।

## গুৱাহাটীৰ বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষাৰ লেক্‌চাৰাৰ, সুবিখ্যাত অসমীয়া-নাট্যকাৰ, আৰু অসম-সাহিত্য সভাৰ-সভাপতি শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকা এম্,এ,বি,এল,বি,টি ডাঙৰীয়াৰ অভিমত।

বহুত গুণীলোকক পাহৰাৰ দৰে আমি "কামৰূপীয় কালিদাস" মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ কথা পাহৰি গৈছোঁ—ই নিশ্চ জীয়া জাতিৰ লক্ষণ নহয়। সুখৰ বিষয় প্ৰায় দেৰ-কুৰি বছ আগতে পণ্ডিত প্ৰবৰ শ্ৰীযুত কামাখ্যা চৰণ ভট্টাচাৰ্য্যদেৱে আচাৰ্য দেৱৰ জীৱন-চৰিত উলিয়াই আমাক মহামহোপাধ্যায়ৰ কথা জানিবৰ সুযোগ দিছিল। আনন্দৰ কথা সম্প্ৰতি সেই গ্ৰন্থৰ সংশোধি ২য় সংস্কৰণ প্ৰকাশ কৰি তেখেতে পুনৰ আমাক সেই পুণ্যস্মৃ শ্ৰদ্ধাৰে সোঁৱৰণ কৰাইছে।

আশাকৰোঁ "বৃত্তমঞ্জৰী"ৰ কৱিৰ গুণমুগ্ধ অসমীয়া ৰাইজে এ গ্ৰন্থৰ একোখনি হাতত লৈ গ্ৰন্থকাৰক উৎসাহ দিবলৈ হেলা ন কৰিব

উজানবজাৰ।
গুৱাহাটী।
৩।১২।৫৯ ইং।

শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা।

## গুৱাহাটী বিশ্ববিদ্যালয়ৰ শ্ৰেণীবোৰৰ সম্পাদক, অসমীয়া সাহিত্যিক, ডক্টৰ শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা এম্, এ, ডাঙৰীয়াৰ অভিমত।

যি সকল পণ্ডিতে সংস্কৃত ভাষা সাহিত্য চৰ্চ্চাৰ ঐতিহ্য অসমত গৌৰৱান্বিত কৰিলে, সেই সকলৰ ভিতৰত মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কবিৰত্ন দেৱৰ নাম উল্লেখযোগ্য। কিন্তু পৰিতাপৰ বিষয় যে, এই বিৰাট্ প্ৰতিভাবান্ পণ্ডিতৰ নাম আজি প্ৰায় বিস্মৃতিৰ পথত। এনে অৱস্থাত মহামহোপাধ্যায়ৰ জীৱন-চৰিত্ৰৰ নতুন সংস্কৰণ এটা প্ৰকাশ কৰি, পণ্ডিত শ্ৰীকামাখ্যা চৰণ ভট্টাচাৰ্য্য ব্যাকৰণ-শাস্ত্ৰীয়ে জাতীয় সংস্কৃতিৰ কল্যাণ সাধিলে! অসমৰ শিক্ষা আৰু সংস্কৃতিৰ এই পুনৰুত্থানৰ কালত ৺ধীৰেশ্বৰাচাৰ্য্যৰ আদৰ্শই জাতিক নিশ্চয় অনুপ্ৰেৰণা যোগাব।

উজানবজাৰ।
গুৱাহাটী।
।১২।৫৯ ইং।

শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা।

# সূচী-পত্ৰ

# ৺ধীৰেশ্বৰাচাৰ্য্য ।

——:(০):——

## ১। বংশ পৰিচয় ।

"ব্ৰাহ্মণ্যধৰ্ম্মৰ কেন্দ্ৰ ঠাই কান্যকুব্জ-দেশত, শ্ৰীহীৰাচাৰ্য্য নামে এজন পণ্ডিত আছিল। খৃষ্টীয় ত্ৰয়োদশ-শতিকাৰ প্ৰাৰম্ভত, তেওঁৰ ঔৰসত, মামল্লদেৱীৰ গৰ্ভত, প্ৰসিদ্ধ চিন্তামণি-মন্ত্ৰৰ উপাসক মহাকৱি শ্ৰীহৰ্ষৰ জন্ম হৈছিল। এওঁ কালক্ৰমে কাশীৰ অধিপতি জয়চন্দ্ৰৰ *(১) ৰাজসভাৰ প্ৰধান কৱি হৈছিল। *(২)। কোনো এসময়ত, বঙ্গদেশৰ ৰজা আদিশূৰে যজ্ঞৰ নিমিত্তে কান্যকুব্জৰ পৰা পাঁচজন ব্ৰাহ্মণ অনাইছিল। তেওঁলোকৰ মাজত শ্ৰীহৰ্ষ (৩) অন্যতম। এওঁৰ বংশত

---

*(১)—এওঁ কনৌজৰ শেষ ৰজা জয়চাঁদ নাইবা জয়চন্দ্ৰ নহয়।

*(২)—সাহিত্যাচাৰ্য্য শ্ৰীযুত ৰেৱতী কান্ত ভট্টাচাৰ্য্য বিৰচিত (প্ৰবন্ধকল্পলতিকা)।

*(৩)—মহারাজ আদিশূর কান্যকুব্জ হইতে যে পঞ্চ ব্রাহ্মণ আনয়ন করেন ইনি তাঁহাদের অন্যতম। ইনি বঙ্গের মুখোপাধ্যায়

বিখ্যাত নৱদ্বীপত বৈদিক সকলৰ শিৰোমণি, প্ৰৱীণ দাৰ্শনিক আচাৰ্য্য জয়ভাৰতিৰ (৪) জন্ম হৈছিল। প্ৰেমাৱতাৰ, বৈষ্ণ ধৰ্ম্মপ্ৰৱৰ্ত্তক, শ্ৰীশ্ৰীচৈতন্যদেৱ এওঁৰ সতীৰ্থ আছিল। তী ভ্ৰমণৰ উপলক্ষে জয়ভাৰতিই গৌৰাঙ্গৰ লগত প্ৰকৃতিৰ সুষম মণ্ডিত, চতুৰ্ব্বৰ্গপ্ৰদ, শিৱ-দুৰ্গাৰ বিলাসভূমি, দেৱীক্ষেত্ৰ-কামৰূপলৈ আহি, হাজোৰ হয়গ্ৰীৱমাধৱ দেৱালয়ত উপস্থিত হৈছিল কামৰূপত শুক্লযজুৰ্ব্বেদীয় কাণ্বশাখী ব্ৰাহ্মণৰ সংখ্যা বেছি সামবেদীয় ব্ৰাহ্মণৰ সংখ্যা তাকৰ। তাৰ পিচত সামবেদী আচাৰ্য্য জয়ভাৰতিয়ে তাত থকা অপুনৰ্ভৱকুণ্ডত, স্নান, সন্ধ্যা আদি বিপ্ৰকৃত্য সমাপন কৰি, হয়গ্ৰীৱমাধৱ দৰ্শন কৰিবলৈ মণিকূট-পাহাৰত উঠিল। তেওঁ সেই ঠাইত ভাৰ্য্যাহীন

উপাধিধাৰী কুলীন ব্ৰাহ্মণগণের পূৰ্ব্বপুৰুষ। বোধ হয় ১০০০ খৃষ্টাব্দে ইনি প্ৰাদুৰ্ভূত হইয়াছিলেন। ইনি "নৈষধচরিত" নামে নানা গুণালঙ্কার রসযুক্ত মনোরম-কাব্য রচনা করেন। এতদ্ব্যতীত গৌড়োৰ্ব্বী কুলপ্রশস্তি, অর্ণববর্ণনকাব্য, নবসাহসাঙ্কচরিত, খণ্ডনখণ্ডখাদ্য, নামে গ্রন্থ চতুষ্টয় লিখিয়াছেন। নৈষধচরিত শ্রীহর্ষের সর্ব্বোৎকৃষ্ট কাব্য। ইহা সংস্কৃত-সাহিত্যের অমূল্য সম্পত্তি। আদিশূর বিক্রমপুরের অন্তর্গত তদানীন্তন রাজধানী রামপাল নামক স্থানেই পুত্রেষ্টি যজ্ঞ সম্পাদন করেন। এই যজ্ঞেই কান্যকুব্জ হইতে শ্রীহর্ষাদি পঞ্চ সাগ্নিক ব্রাহ্মণ আনীত হইয়াছিলেন।

(চরিতাভিধান)।

*(৪)—"মন্ত্ৰব্যাখ্যাকৃদাচাৰ্য্যঃ" (অমৰকোষ)।

বেদমন্ত্ৰৰ ব্যাখ্যা কৰোঁতাক আচাৰ্য্য বোলে।



গৃহত্যাগী, পঁজাঘৰত থকা, ভিক্ষাজীৱী, সৰল, জৰাগ্ৰস্ত, মাধৱকন্দলী নামেৰে এজন ব্ৰাহ্মণৰ সাক্ষাৎ পালে। পুতেক মহেন্দ্ৰকন্দলীয়ে তেখেতৰ শুশ্ৰূষা কৰিছিল। আচাৰ্য্য জয়-ভাৰতিই তেওঁক দেখা পাই পৰম সন্তুষ্ট হল। পিচত মাধৱকন্দলীয়ে তেওঁলোকৰ বাবে ঠাই ঠিক্ কৰি দিলত, জয়ভাৰতিই মৃগ-চৰ্ম্মত বহি শাস্ত্ৰীয় কথা পাতি অতি আনন্দেৰে নিশা কটালে। পিচদিনা ব্ৰাহ্মমুহূৰ্ত্তত টোপনি এৰি প্ৰাতঃকৃত্য শেষ কৰি, পাপনাশক বৰাহকুণ্ডৰ বিমল-পানীত গা ধুলে; আৰু তেওঁ গৌৰাঙ্গৰ লগত বিধিমতে মাধৱ-দৰ্শন কৰিলে। তাৰ পাচত তপস্যা কৰি দুয়োজনে এবছৰ কটালে।

এসময়ত আচাৰ্য্য জয়ভাৰতিই গাওঁবোৰ চাবলৈ সমুৎসুক হৈ ইফালে সিফালে ফুৰোঁতে ফুৰোঁতে বৰখলা নামেৰে এখন গাৱঁত উপস্থিত হল; আৰু তাত ভূদেৱ নামে এজন সাগ্নিক ব্ৰাহ্মণক দেখা পালে। তেওঁ স্বাধ্যায়ৰত, নিৰহঙ্কাৰ; আৰু আত্মজ্ঞ আছিল। স্ৰুক্, স্ৰুৱ, চমস্, উলূখল, মুসল, কুশ আৰু প্ৰোক্ষণীপাত্ৰ প্ৰভৃতি যজ্ঞীয়-পাত্ৰ তেওঁৰ সৰ্ব্বহ আছিল।

ভূদেৱে নিজৰ জীয়েক বাণীক কলাপ-ব্যাকৰণ পঢ়াইছিল। জয়ভাৰতিই ঋষিকল্প; আৰু সত্যনিষ্ঠ তেওঁক নিত্যকৰ্ম্মৰ শেষত অভিবাদন কৰিলে। ভূদেৱেও প্ৰত্যভিবাদন আৰু কুশল প্ৰশ্ন কৰি, আসন আদিৰে সেইজনা ব্ৰহ্মবাদীক যথা-শক্তি অতিথি সৎকাৰ কৰিলে। শিষ্যবৰ্গৰে সৈতে সায়ংকৃত্য

সমাপন কৰাৰ পিচত তেওঁৰ ওচৰলৈ গৈ ভূদেৱে ক... যে,—যিজনে ততালিকে পাপ নাশ কৰে, যাৰ পৰা আত্মান... আৰু মোক্ষলাভ কৰা যায়; আজি ভাগ্যবশতঃ সেই ... সৎসঙ্গ পালোঁ। "সতাং সদ্ভিঃ সঙ্গঃ কথমপি পুণ্যেন ভবতি।" শৈলমালা পৰিবেষ্টিত, হিংস্র বনবীয়া জন্তু থকা, হাবি, নল, নদী আৰু দুৰ্গম-বাট-বিশিষ্ট এই কামৰূপলৈ আপুনি কি... আহিছে? আপোনাৰ বেদ, শাখা, সূত্ৰ, নাম, গোত্ৰ আৰু প্ৰৱৰ কি?

কাৰ বংশত আপোনাৰ জন্ম হৈছে, ইবোৰৰ উত্তৰ দান কৰি, মোৰ মনৰ সংশয় দূৰ কৰক। কাপোৰেৰে বান্ধি থোৱা, বগা-শিলৰ পেৰাটোত, আপোনাৰ প্ৰিয়বস্তু কি আছে? আপুনি দয়া কৰি সেই আযাৰ কথা কলে মই ব... সুখ পাম। অগ্নিহোত্ৰী ভূদেৱে এইবোৰ কথা সোধাত, বাঢ়ীয় জয়ভাৰতিই আনন্দিতচিত্তে আনুপূৰ্ব্বিক সমস্ত বৃত্তান্ত কব ধৰিলে। "মই তীৰ্থ-ভ্ৰমণ কৰিবলৈ আহিছোঁ। মোৰ সামবেদ, কৌথুমশাখা আৰু গোভিল গৃহ্যসূত্ৰ। নাম জয়ভাৰতি আচাৰ্য্য। গোত্ৰ ভৰদ্বাজ। মহাকৱি শ্ৰীহৰ্ষৰ বংশত মোৰ জন্ম। শিলৰ পেৰাটোত লক্ষ্মীনাৰায়ণ, গোপালবিগ্ৰহ, আৰু তুলসী কাঠেৰে তৈয়াৰ কৰা এধাৰি জপৰ মালা আছে।" অভ্যাগতৰ পৰিচয় জানি এদিন ভূদেৱে নিজৰ কন্যা বাণীক বিবাহ দিবলৈ ছল কৰি জয়ভাৰতিক কলে,—বিপ্ৰবৰ! মই বৰ দুখীয়া। অতি কষ্টেৰে কাল কটাবলৈ ধৰিছোঁ। যদি



আপুনি অঙ্গীকাৰ কৰে, তেন্তে মই আপোনাৰ ওচৰত এটি বৰ প্ৰাৰ্থনা কৰিব খোজোঁ। সৰল-স্বভাৱ জয়ভাৰতিই ভূদেৱৰ দুৰভিসন্ধি নেজানি, লক্ষ্মীনাৰায়ণ শিলাৰ বাজে আন বস্তু দিবলৈ প্ৰতিজ্ঞাবদ্ধ হল।

তেওঁৰ সদুত্তৰ শুনি ভূদেৱে এই বৰ প্ৰাৰ্থনা কৰিলে যে,— "হে ব্ৰাহ্মণোত্তম! আপুনি অনুগ্ৰহ কৰি মোৰ মাতৃহীনা কন্যাজনীৰ পাণিগ্ৰহণ কৰিলে মই বৰ কৃতাৰ্থ হম। অতি কষ্টেৰে কন্যাটিক ডাঙৰ দীঘল কৰিছোঁ। মোৰ দুহিতাজনী বিনয়িনী।" সত্যপাশবদ্ধ আচাৰ্য্য জয়ভাৰতিই ৰূপ, গুণ, বয়স, বিদ্যা, বংশ, স্বভাৱ আৰু সৰলতা প্ৰভৃতি বিষয়ত, ভূদেৱৰ কন্যা বাণীক নিজৰ সদৃশা দেখি বৈবাহিক-সূত্ৰত আবদ্ধ হল। প্ৰজাপতি-নিৰ্ব্বন্ধত দুটা প্ৰশস্ত-বংশৰ বৈবাহিক সম্বন্ধ যেন কামৰূপবাসীৰ গৌৰৱৰ কাৰণে হল।

জয়ভাৰতিই বিবাহৰ অগ্নিক আজীৱন ৰক্ষা কৰি, সেই বহ্নিত পুৱা আৰু গধূলি হোম কৰিছিল; আৰু তেওঁ থকা ঠাইত এটি পুখুৰী খন্দাইছিল। সেই পুখুৰীটোক আজিও তাত থকা মানুহবিলাকে "ডাঙৰ পুখুৰী" বুলি কয়। এদিন তেওঁ পুখুৰীটোৰ পূব ফালে বৰ ডাঙৰ এটা ভেকুলীয়ে এটা সাপ গিলিবলৈ ধৰা দেখা পালে; আৰু সেই ডোখৰ সিদ্ধ-ভূমি বুলি জানি, তেতিয়াই সেই ঠাইত এটি খুটিৰে চিন্ দি থলে। তাৰ পিচত তেওঁ তাত যথাবিধি এটি শিলাময় শিৱলিঙ্গ প্ৰতিষ্ঠা কৰিছিল। জয়ভাৰতিই সহধৰ্ম্মিণীৰে সৈতে

শুশ্ৰূষা, অভিবাদন, ভোজন, আৰু মিঠা-কথাৰে শহুৰেকৰ পিতাকৰ দৰে সদায় সন্তুষ্ট ৰাখিছিল ।

তাৰ পিচত জগতৰ সমস্ত পদাৰ্থকে খন্তেকীয়া জানি সদায় দ্বৈতৰহিত, পৰমাত্মা বিষ্ণুক ধ্যান কৰি, ভূদেৱে ভূলোক এৰি গোলোকলৈ গমন কৰিলে । তাৰ পিচত বাণীৰে সৈতে জয়ভাৰতিই সাগ্নিক-পদ্ধতিৰে ভূদেৱৰ অন্ত্যেষ্টি-ক্ৰিয়াকলাপ সমাপন কৰিলে । পণ্ডিত-প্ৰৱৰ জয়ভাৰতিই পিতাকৰ শোকত কাতৰা নিজৰ পত্নী বাণীক আধ্যাত্মিক তত্ত্বৰ দ্বাৰা সান্ত্বনা দিলে । অগ্নি স্থাপন কৰি যি ডোখৰ ঠাইত, সহধৰ্ম্মিণী বাণীৰ লগত জয়ভাৰতিই বাস কৰিছিল, তেতিয়াৰ পৰা সেই ঠাইখন "ব্ৰাহ্মণপল্লী" অৰ্থাৎ "বামুণপাৰা" নামে জনাজাত হল।

পানী-অনা, ফুলতোলা, ঘৰ-চিকণোৱা ; আৰু পতি পৰিচৰ্য্যা প্ৰভৃতি কাৰ্য্যাৱলীৰ দ্বাৰা সতী বাণীয়ে এলাহ এৰি স্বামীক সন্তুষ্ট কৰিবলৈ ধৰিলে । জয়ভাৰতিয়েও অগ্নিহোত্ৰী ভূদেৱৰ কন্যা বাণীক সদ্ধৰ্ম্ম শিক্ষাদান কৰি ; আৰু নিতৌ পুৰাণ, ইতিহাস আদি শুনাই চিত্তৰ বিকাশ কৰাইছিল ।

যথাসময়ত ধাৰ্ম্মিক-দম্পতীৰ জন্মেজয় নামে এটি সুলক্ষণ থকা পুত্ৰ উপজিল । যথাকালত জন্মেজয়ৰ উপনয়ন হোৱাত, আচাৰ্য্যে বিধিমতে ব্ৰহ্মচাৰী জন্মেজয়ক শৌচ, সন্ধ্যা, স্বাধ্যায় আৰু সদাচাৰ শিকালে । তাৰ পিচত আচাৰ্য্যৰ আজ্ঞা লৈ জন্মেজয়ে পুৰুষোত্তমেৰে *(১) সৈতে কাশীলৈ গল ।

*(১)—৺ধীৰেশ্বৰাচাৰ্য্য দেৱৰ ৰচিত "বৃত্তমঞ্জৰীৰ" ১ম স্তৱকৰ



তাত দুয়োজনে দ্ৰাবিড়-দেশীয় পণ্ডিত বিশ্বেশ্বৰ শাস্ত্ৰীৰ ওচৰত ৱেদ, ৱেদাঙ্গ, তৰ্ক আৰু মহাভাষ্য প্ৰভৃতি পঢ়ি, উভয়ে বালকৃষ্ণ-মন্ত্ৰত দীক্ষিত হৈছিল ।

সেই সময়ত দিল্লীশ্বৰৰ মন্ত্ৰীই স্বধৰ্ম্মপৰায়ণ পণ্ডিত লোক-সকলক বৃত্তি দিবলৈ আহিলত, জয়ভাৰতিক হোম কৰি থকা সময়ত দেখা পালে । দ্বিজে যদিও যৱনৰ পৰা ভূমিদান লোৱাৰ বাবে পতিত নহয়, তথাপি লোকাপবাদক ভয় কৰি তেওঁ দান লবলৈ স্বীকাৰ নকৰিলে । অগ্নি-ত্যাগতকৈ প্ৰাণ-ত্যাগ শ্ৰেষ্ঠ বিবেচনা কৰি, শিৱালয়ত সোমাই নিষ্কল, পৰম-জ্যোতি ধ্যান কৰি, আচাৰ্য্য জয়ভাৰতিই যোগেৰে নশ্বৰ ভৌতিক কলেৱৰ এৰিলে । হঠাৎ এনেকুৱা গাৰ নোম শিঁয়ৰি উঠা ঘটনা দেখি, শোক-কাতৰা বাণীয়ে মৃত পতিৰ পাদপদ্মত প্ৰণিপাত কৰি কান্দিবলৈ ধৰিলে । তাৰ পিচত কোনো মতে গুৰু-শোক দমাই সতী বাণীয়ে পুৰোহিতৰ কথামতে গৃহোক্ত কুণ্ডানলত যথাবিধি হোম কৰিছিল । সেই সময়ত

৯।১০ শ্লোকত আছে যে,—উপনয়ন হোৱাৰ পিচত জন্মেজয়ে পিতৃ-বিয়োগ হোৱাৰ কাৰণে, মাকৰ পৰা কলাপ-ব্যাকৰণ অধ্যয়ন কৰি, ভগীৰথৰ লগত কাশীলৈ গৈ তাত মহাৰাষ্ট্ৰীয় পণ্ডিত বিশ্বেশ্বৰ শাস্ত্ৰীৰ ওচৰত ৱেদ আৰু ৱেদাঙ্গ শিক্ষা কৰি "ৱেদবাগীশ" উপাধি পাইছিল । উক্ত দেৱৰ ৰচিত "আচাৰ্য্য-গীতি প্ৰবন্ধত" পুৰুষোত্তমৰ লগত যোৱা কথা আছে । "ভগীৰথ" পুৰুষোত্তমৰ নামান্তৰ নাইবা গুপ্তনাম হয় নে নহয়, সেইটো ঠিক কৰা টান ।

জন্মেজয় কিশোৰ। ছোৱালীজনীও জন্মৰ পৰাই ধোঁৱ
এই কাৰণে ৰাণী সহমৃতা নহল। স্বামীৰ ঊৰ্দ্ধদেহিক ক
আদি শেহ হোৱাত, বাদছাহৰ মন্ত্ৰীজনে ভূমিদান লব
বুলি ৰাণীক সুধিলে।

"ওখ বৰ-গছৰ ওপৰত উঠি চাৰিওফালে যিমান ম
দেখা যায়; সিমান খিনি মাটি যদি দিয়ে তেন্তে দান লম
এই কথা আযাৰ ৰাণীয়ে বাদছাহৰ মন্ত্ৰীক কলে।
কথাত মন্ত্ৰী স্বীকৃত হৈ বাদছাহৰ মোহৰেৰে চিন দি, ফ
আখৰেৰে লিখা এখন ভূমিদান পত্ৰ ৰাণীক প্ৰদান কৰিলে

মন্ত্ৰীজনে কলে যে,—যি জন মহাত্মাক ভূসম্পত্তি দিবলৈ
বাদছাহৰ আদেশ মতে মই ইয়ালৈ আহিছোঁ, সেই পণ্ডি
প্ৰৱৰ হঠাৎ পৰলোকলৈ যোৱাৰ বাবে আপোনাক দিলোঁ

ৰাণীয়ে নিজৰ পুতেক জন্মেজয়ক সম্পূৰ্ণ কলাপ-ব্যাকৰ
পঢ়াইছিল। জন্মেজয়ে কাশীত গুৰুৰ পৰা "বেদবাগীশ
আৰু পুৰুষোত্তমে "বিদ্যাবাগীশ" উপাধিৰে বিভূষিত হৈ ঘৰলৈ
আহিল।

কোচবিহাৰৰ অধিপতি নৰনাৰায়ণৰ আদেশ মতে পণ্ডি
পুৰুষোত্তমে "ৰত্নমালা-ব্যাকৰণ" ৰচনা কৰিছিল। ৰত্নমালা
ব্যাকৰণ বিৰচিত হোৱাৰ পিচত ৰজাই ঘোষণা কৰাই দিয়াে
যে, তেওঁৰ ৰাজ্যত বাস কৰা লোকবিলাকৰ ভিতৰত ৰত্নমালা
ব্যাকৰণ প্ৰচলিত হব লাগে। তেতিয়াৰ পৰা অসমত
"কলাপ-ব্যাকৰণ"ৰ পৰিৱৰ্ত্তে ৰত্নমালা-ব্যাকৰণ প্ৰচলিত হল



এইটো নৰনাৰায়ণ ৰজাৰ যুগমীয়া কীৰ্ত্তি।

"চলচ্চিত্তং চলদ্বিত্তং চলজ্জীৱন-যৌৱনম্।
চলাচলমিদং সৰ্ব্বং কীৰ্ত্তিৰ্যস্য স জীৱতি॥" (ক)

ৰজাৰ লগতে পণ্ডিত-প্ৰৱৰ পুৰুষোত্তম বিদ্যাবাগীশো অসমীয়াৰ পূজ্য হৈ আছে।

বেদবাগীশ আচাৰ্য্য জন্মেজয়ৰ পুত্ৰ গোপীবল্লভাচাৰ্য্য। এওঁ ব্ৰাহ্মণ-মণ্ডলীৰ অগ্ৰগণ্য, আহিতাগ্নি আৰু ধৃতিশীল আছিল। কিছুদিনৰ পিচত তেওঁ বিদ্বৎসমাজত "বেদাগমাচাৰ্য্য" উপাধি লাভ কৰে।

বেদাগমাচাৰ্য্য গোপীবল্লভৰ পুত্ৰ "আচাৰ্য্য গোৱৰ্দ্ধন।" এওঁ গোৱৰ্দ্ধন-গিৰিধাৰী শ্ৰীকৃষ্ণৰ চৰণ-কমলৰ মকৰন্দত সদায় আসক্ত আছিল।

সজ্জন-সমিতিত এওঁ "বিদ্যানিবাস" উপাধিৰ দ্বাৰা বিমণ্ডিত হৈছিল; আৰু সৌমাৰেশ্বৰ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ বৰ প্ৰিয়পাত্ৰ আছিল। পৰম-ধাৰ্ম্মিক, বিদ্যানুৰাগী, ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ "নৰৰত্ন" নামে এখন পণ্ডিত-সভা আছিল। সেই সভাত বহুত বিদ্বান্ থকা সত্ত্বেও ৰজাই সন্তুষ্ট চিত্তে পণ্ডিত-

---

(ক) চিত্তচঞ্চল, বিত্তচঞ্চল, জীৱন আৰু ডেকা কালো থন্তেকীয়া। এই সমস্ত পাৰ্থিৱ বস্তু অহা-যোৱা কৰি থাকে। এই পৃথিবীত যাৰ কীৰ্ত্তি আছে, সেইজন মানুহ মৰিও অমৰ হৈ থাকে। অৰ্থাৎ সেই মৃত পুৰুষটোৰ কথা সকলে কৈ থাকে। এতেকে ওখমনা লোকে এই পৃথিবীত কীৰ্ত্তি ৰাখিবলৈ চেষ্টা কৰা উচিত।

মণ্ডলীৰ মানাস্পদ "ধৰ্ম্মাধ্যক্ষ" পদবী তেওঁক সসম্মানে প্ৰদান কৰিছিল।

ৰুদ্ৰসিংহ নৃপতি স্বৰ্গী হোৱাত, স্বৰ্গদেৱ শিৱসিংহ ৰাজপাটত উঠে। তাৰ পিচত আচাৰ্য্য-গোৱৰ্দ্ধনে সাতদিনৰ ভিতৰত, বেদান্তৰ বিচাৰ কৰি পণ্ডিত-মণ্ডলীক পৰাজয় কৰাৰ বাবে ৰজাই সবিশেষ সম্বৰ্দ্ধনা জনাই কাশীৰ পৰা কিছুমান বস্ত্ৰ অনাই তেওঁক উপহাৰ দিছিল। (খ)

পিচত ভট্টাচাৰ্য্য উপাধিৰে বিভূষিত কৰি, সভাসদ্ সকলৰ অধ্যক্ষ পাতিছিল। (গ)

বিদ্যানিবাস গোৱৰ্দ্ধনাচাৰ্য্যৰ পাঁচজন পুত্ৰ আছিল। বাগীশ, ভুৱনেশ্বৰ, প্ৰাণনাথ, নৱনাথ আৰু কৃচ্ছ্ৰমিশ্ৰ। বিদ্যানিবাস গোৱৰ্দ্ধনাচাৰ্য্যে শিৱসিংহ ৰজাৰ পৰা আঠঘৰীয়া গাওঁখন ব্ৰহ্মোত্তৰ কৰি লৈ বৰখলা গাৱঁৰ পৰা উঠি আহে।

আচাৰ্য্য প্ৰাণনাথ বেদাচাৰ-পৰায়ণ; আৰু শ্ৰীকৃষ্ণৰ উপাসক আছিল। তেওঁ সভ্য-সমিতিত "আচাৰ্য্য চূড়ামণি"

---

(খ) দুখন কৌশেয়বস্ত্ৰ, পাটৰ উষ্ণীষ; বত্নখচোৱা দুটা সোণৰ কুণ্ডল, সোণৰ এটি যজ্ঞোপবীত, সোণৰ গুণা থকা কাৰু-কাৰ্য্যবিশিষ্ট এটি কঞ্চুক, ইত্যাদি। তেতিয়াৰ পৰা ৰজাৰ সম্মুখত বহিবলৈ বগা কম্বলাসন, আঠঘৰীয়া গাওঁ, দাস, দাসী, সোণ, ৰূপ; আৰু বহুত মাকৰা মাটি পাইছিল।

(গ) ৰাজসভাত থকা মাঠিজন পণ্ডিতৰ নেতা "ভট্টাচাৰ্য্য।" এইটো সৌমাৰাধিপতিসকলৰ ৰাজসভাৰ প্ৰথা আছিল।



উপাধি পাইছিল; আৰু স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ শ্ৰেষ্ঠ সভাসদ্ আছিল। লক্ষ্মীসিংহ ৰজাই নীতি-ৰত্নাকৰ তেওঁক পাই নিজকে বৰ ধন্যাৰ্হ বুলি মানিছিল। আচাৰ্য্য-চূড়ামণিয়ে ৰাজসভাত থকা সময়ত, বহু ব্ৰহ্মোত্তৰ ভূমি লাভ কৰে; আৰু তেওঁৰ স্ফটিকৰ নিচিনা নিৰ্ম্মল গুণৰাশি চাৰিওফালে পৰিব্যাপ্ত হৈছিল। আচাৰ্য্য কৃচ্ছ্ৰমিশ্ৰ আঠঘৰীয়াৰ সৎসঙ্গী-সত্ৰৰ মহাজন আছিল। স্বৰ্গদেৱ লক্ষ্মীসিংহ ৰজাই তেওঁক ধৰ্ম্মোত্তৰ-ভূমি আৰু কিছুমান ভকত দিছিল।

আচাৰ্য্য-চূড়ামণি প্ৰাণনাথৰ পুত্ৰ ধনেশ্বৰাচাৰ্য্য। এওঁ বিবিধ-গুণেৰে অলঙ্কৃত আছিল আৰু নিগমাচাৰ্য্য উপাধি পাইছিল। এওঁৰ দিনত ভীষণ দেশ-বিপ্লৱ হোৱাত, তেওঁলোকৰ কৌলিক অগ্নিহোত্ৰ-ক্ৰিয়া লোপ পায়।

ধনেশ্বৰাচাৰ্য্যৰ ঔৰসত, বসুন্ধৰাদেৱীৰ উদৰত, দামোদৰাচাৰ্য্যৰ জন্ম হয়। এওঁ বহুত সদ্‌গুণশালী আৰু প্ৰাণায়ামনিষ্ঠ আছিল।

দামোদৰাচাৰ্য্যৰ ঔৰসত, দময়ন্তী-দেৱীৰ গৰ্ভত, শিষ্টপ্ৰিয়, সচ্চৰিত্ৰ চতুৰ্ভুজাচাৰ্য্যৰ জন্ম হয়। সদাশয় চতুৰ্ভুজাচাৰ্য্যৰ ঔৰসত, উমাপ্ৰিয়াৰ জঠৰত, কেশৱাচাৰ্য্যই জন্ম লাভ কৰে। তেওঁ পণ্ডিত, সদাচাৰী; আৰু অতিশয় ভাগৱত-ভক্ত আছিল। এওঁৰ আন এটি নাম "আত্মাৰাম"।

কামৰূপৰ অন্তৰ্গত নাগৰকুছি-গাৱঁত বশিষ্ঠ-গোত্ৰীয় ভৰদেৱ

নামে এজন বিখ্যাত পণ্ডিত আছিল। তেওঁ কোচবিহাৰৰ ৰাজসভাত "বাচস্পতি" উপাধি লাভ কৰিছিল। তেওঁৰ পুতেক "খগেশ্বৰ"। এওঁৰ ঔৰসত বসুদেৱীৰ গৰ্ভত "চন্দ্ৰপ্ৰভা" নামে এজনী সুলক্ষণা কন্যা জন্মে। সেই ছোৱালীজনীৰ আন এটি নাম "দুৰ্গেশ্বৰী"। প্ৰজাপতি নিৰ্ব্বন্ধত কেশৱাচাৰ্য্যৰে-সৈতে চন্দ্ৰপ্ৰভাৰ শুভ-পৰিণয় হয়।*

ইয়াৰ আগেয়ে লিখা হৈছে যে, বিদ্যানিবাস গোৱৰ্দ্ধনাচাৰ্য্যৰ এটি পুতেকৰ নাম "ভুৱনেশ্বৰ"। ভুৱনেশ্বৰৰ তনয় বাসুদেৱ ভৱৰত্ন তৰ্কবাগীশ (১) এওঁৰ পুত্ৰ দেৱীদত্ত দেৱীদত্তৰ পুতেক শ্ৰীদত্ত অধ্যাপক। শ্ৰীদত্তৰ পুত্ৰ ধৰ্ম্মপাল ধৰ্ম্মপালৰ পুত্ৰ হয়গ্ৰীৱমাধৱ-দেৱালয়ৰ ভূতপূৰ্ব্ব দলৈ ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য।

---

* মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্ন বিৰচিত "বৃত্তমঞ্জৰীৰ ১ম স্তৱক"।

(১) ৺ধীৰেশ্বৰাচাৰ্য্যৰ জ্ঞাতি ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য দলৈ মহাশয়ৰ পৰা শুনা কথা,—

"স্বৰ্গদেৱ প্ৰমত্তসিংহৰ ৰাজত্বকালত, ৺বাসুদেৱ তৰ্কবাগীশে ৰাজসভাত থকা পণ্ডিত-মণ্ডলীক শাস্ত্ৰীয়-বিচাৰত পৰাজয় কৰাৰ বাবে ৰজাৰ পৰা "ভট্টাচাৰ্য্য" উপাধি, ব্ৰহ্মোত্তৰ মাটি, বন্দী-বেটী প্ৰভৃতি পাইছিল।

কিন্তু মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যৰ বৃত্তমঞ্জৰীৰ প্ৰথম স্তৱকত লিখা আছে যে,—স্বৰ্গদেৱ শিৱসিংহৰ ৰাজত্বকালত গোৱৰ্দ্ধনাচাৰ্য্যে এইবিলাক পাইছিল।



বিদ্যানিবাস গোৱৰ্দ্ধনাচাৰ্য্যৰ এজন ভায়েক আছিল। তেওঁৰ নাম অজ্ঞাত। উপাধি আছিল বিশাৰদ। বিশাৰদৰ দুই পুত্ৰ। এজনৰ নাম কৱি-চূড়ামণি। কৱি-চূড়ামণি উপাধি, নাম অজ্ঞাত। এৰেঁই হাজোৰ হয়গ্ৰীৱ-মাধৱ দেৱালয়ৰ দলৈ হৈ, স্বৰ্গদেৱ লক্ষ্মীসিংহ ৰজাৰ দিনত দ্বিতীয় মাধৱ-বিগ্ৰহ অনাইছিল। আনজনৰ নাম সিদ্ধান্ত-বাগীশ। আচল নাম জনা নাযায়। কৱি-চূড়ামণিৰ পুতেক পাঁচজন। মাধৱাচাৰ্য্য, আগমাচাৰ্য্য (ক), কন্দৰ্প (খ), ৰামকৃষ্ণ আৰু হৰেকৃষ্ণ। আগমাচাৰ্য্যটো উপাধি, নাম অজ্ঞাত। মাধৱাচাৰ্য্যৰ পুত্ৰ নৱনাথ। নৱনাথৰ পুত্ৰ কালীনাথ আচাৰ্য্যৰত্ন। এওঁ প্ৰমত্তসিংহ স্বৰ্গদেৱৰ "নৱৰত্ন"সভাৰ এজন প্ৰধান ৰত্ন আছিল।

---

(ক) তান্ত্ৰিক মহাপণ্ডিত আছিল।

(খ) মাধৱ দেৱালয়ৰ প্ৰতাপী দলৈ আছিল।

(গ) কৱি জয়দেৱ বিৰচিত গীতগোৱিন্দত, আচাৰ্য্য গোৱৰ্দ্ধনৰ নাম পোৱা যায়। এখেত তেওঁ হয় নে নহয়, সেইটো প্ৰত্নতাত্ত্বিকৰ বিচাৰৰ তলতীয়া।

**বংশাৱলী (১)।**

(বৃত্তমঞ্জৰীৰ ১ম স্তৱকত থকা)

মূল—আচাৰ্য্য জয়ভাৰতি (পত্নী বাণী দেৱী)
|
আচাৰ্য্য জন্মেজয় বেদবাগীশ।
|
গোৱৰ্দ্ধনাচাৰ্য্য বিদ্যানিবাস ভট্টাচাৰ্য্য
|
আচাৰ্য্য চূড়ামণি প্ৰাণনাথাচাৰ্য্য
|
ধনেশ্বৰ নিগমাচাৰ্য্য। (পত্নী বসুন্ধৰা)
|
দামোদৰাচাৰ্য্য। (পত্নী দময়ন্তী)
|
চতুৰ্ভুজাচাৰ্য্য। (পত্নী উমাপ্ৰিয়া)
|
পণ্ডিত ৺কেশৱাচাৰ্য্য (পত্নী চন্দ্ৰপ্ৰভা)
|
মহামহোপাধ্যায় ৺ ধীৰেশ্বৰাচাৰ্য্য কবিৰত্ন।

**বংশাৱলী (২)।**

৺নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য
ঘৰত থকা পুৰুষ-নাম
মূল—জয়ভাৰতি।
|
গোপীবল্লভ।
|
গোৱৰ্দ্ধন।
|
ধৰণীধৰ।
|
বিদ্যানিবাস।
|
প্ৰাণনাথ।
|
ধনেশ্বৰ।
|
চন্দ্ৰমোহন।
|
হোমেশ্বৰ।
|
কেশৱাচাৰ্য্য।
|
৺ধীৰেশ্বৰাচাৰ্য্য।

## ২। জন্ম আৰু ল'ৰাকাল।

প্ৰকৃতিৰ পৰম-ৰমণীয় ধৰ্ম্মভূমি কামৰূপত * আঠঘৰীয়া এখন জনাজাত গাওঁ। এই গাওঁখন ৰঙ্গিয়া ৰেল-ষ্টেশ্যনৰ পৰা ন মাইলমান আঁতৰত নৈঋ্ৰ্ত কোণত, ঘগ্ৰাপাৰ ৰেল-ষ্টেশ্যনৰ পৰা পাঁচ মাইলমান দূৰৈত দক্ষিণ ফালে; আৰু নলবাৰী ৰেল ষ্টেশ্যনৰ পৰা সাত মাইলমান ব্যৱধানত অগ্নিকোণত অৱস্থিত। ৰঙ্গিয়াখন বৰ্ত্তমানে সৰু চহৰ হৈছে। বল্লিয়া নৈ ৰঙ্গিয়াৰ মাজেদি প্ৰবাহিত হৈ কুল্ কুল্ ধ্বনিৰে তীৰ-ভূমিক মুখৰিত কৰি, বেকাবেকিকৈ ন্ন মাইলমান নিলগৰ পৰা আঠঘৰীয়াক নিজৰ আগমন বাতৰি জনাই ব্ৰহ্মপুত্ৰত

* ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য দলৈৰ আগত "আদিঘৰীয়া" শব্দৰ পৰা "আঠঘৰীয়া" নাম হোৱা বুলি কৈছিল।

দ্বিতীয়তঃ—কামৰূপৰ সুবিখ্যাত আঠঘৰ ভট্টাচাৰ্য্যৰ ভিতৰত আঠঘৰীয়াত এঘৰৰ নিবাস থকাৰ বাবে, কোনোৱে "আঠঘৰীয়া" নাম হৈছে বুলি কয়। তলত লিখা গাওঁ কেইখনত আঠঘৰ ভট্টাচাৰ্য্য আছিল।

(১) আঠঘৰীয়া (২) মুৰাৰা (৩) শ্ৰীহাটী (৪) ধুবকুছি (৫) আজাৰা। এই গাওঁখন কামৰূপৰ উত্তৰফালে আৰু তাত ৺কালীনাথ নামে এজন তান্ত্ৰিক সাধক আছিল। (৬) পানীগাওঁ (৭) বাৰেইগাওঁ (৮) ছোৱালকুছি। ছোৱালকুছিৰ ভট্টাচাৰ্য্যৰ ঘৰ নিৰ্বংশ হোৱা বুলি উক্ত দলৈয়ে কৈছিল।

পৰিছে গৈ। আঠঘৰীয়া গাওঁখনৰ আয়তন নিচেই সৰু নহয়। তাত চাৰি-পাঁচোটামান চুবা আছে। আঠঘৰীয়াৰ পূব, পশ্চিম আৰু দক্ষিণে মুকলি পথাৰ। দক্ষিণ ফালৰ পথাৰত দেৱ-দামোদৰ-ধাম স্থাপিত হৈছে। গাওঁখনত সোমাবলৈ উত্তৰ আৰু দক্ষিণ ফালে বাট আছে।

৺ধীৰেশ্বৰাচাৰ্য্যৰ ঘৰৰ নঙলাৰ দুয়ো-ফালত দুডাল নাহৰ ফুলৰ গছ মন্দিৰাকাৰে বাঢ়ি পুষ্পিত-সময়ত, বাটৰুৱাক আচাৰ্য্য-বংশৰ যশস্যাৰূপ পৰিমল বিলাই দিয়ে। মৌ-পানত আসক্ত মৌমাখিবোৰে নাহৰ-ফুলৰ মৌ পান কৰিবৰ সময়ত, আনন্দত মতলীয়া হৈ আচাৰ্য্য-বংশৰ, বিশেষকৈ গছ দুজুপি ৰোৱা ৺ধীৰেশ্বৰাচাৰ্য্যৰ সদ্‌গুণাৱলী গুণ্‌ গুণ্‌কৈ কীৰ্ত্তন কৰি থাকে। *

বাৰীত থকা আম গছ মুকুলিত হবৰ সময়ত, বসন্ত ঋতুৰ দূত কুলি চৰাই আহি কুউ কুউ ধ্বনিৰে পঞ্চমত তান তুলি আচাৰ্য্য-বংশৰ অতীতৰ গুণকাহিনী ঘোষণা কৰে। ৺ধীৰেশ্বৰাচাৰ্য্যৰ ঘৰৰ নঙলাৰ পৰা পূবফালে যোৱা বাটৰ কাষত থকা এডাল আঁহত-গছত, এজুপি গুটিমালি ফুলৰ গছ, কেবা-পুৰুষৰ পৰা আজিলৈকে জীয়াই আছে।

৺ধীৰেশ্বৰাচাৰ্য্যৰ ঘৰৰ উত্তৰ-ফালে এটি লোকেলৰ'ডৰ পুখুৰী আছে। পানীবোৰ বৰ ফট্‌ফটীয়া। পুখুৰীৰ পাৰবোৰ ওখ। বাৰিষাত সময়ে সময়ে আশীবিষে আহি, পাৰত থকা

* বৰ্ত্তমানে নাহৰ-ফুলৰ গছ দুজুপি মৰি গৈছে।



ইন্দুৰৰ গাতত আশ্ৰয় লয়। গাওঁখনত প্ৰায় এশঘৰমান বামুন আৰু শূদ্ৰ অধিবাসী আছে।

১৭৭৩ শক, জেঠ মাহ, মঙ্গলবাৰ, ৰাতি। গৰমৰ কাৰণে আঠঘৰীয়াৰ কিছুমান মানুহে গা জুৰ পেলাবলৈ কাঁথিতে বাঁহৰ ধাৰি পাৰি, হাতত বিচনী লৈ বাগৰ দি আছে। গৰমত মানুহ-বিলাকৰ টোপনিৰ চুত্তি হেৰাইছে। কিছু সময় বাগৰা-বাগৰি কৰি, ৰাতি বেছি হোৱা বাবে মানুহবিলাকে ঘৰত শুলে গৈ। তাৰ পাচত গাওঁখন নিমাত-নিতাল হ'ল।

কিন্তু পণ্ডিত ৺কেশৱাচাৰ্য্যৰ ঘৰত তেতিয়াও কেবাজনো স্ত্ৰী-পুৰুষ জাগি আছে। কাৰণ পণ্ডিতৰ সহধৰ্ম্মিণী আসন্ন-প্ৰসৱা। পুত্ৰ মুখ চাবলৈ পণ্ডিত-দেৱ সমুৎসুক। জাত-কৰ্ম্মৰ ৱস্তু গোটোৱা আছে। সময় বহি নাথাকে। কিছু সময়ৰ পাচত এটি সুলক্ষণ পুত্ৰ-সন্তান ভূমিষ্ঠ হ'ল। ঘৰত আয়তীসকলৰ শুভময় উৰুলি পৰিল। পণ্ডিত-দেউ বৰ আনন্দিত হ'ল। তাৰ পাচে ল'ৰাটিৰ জাতকৰ্ম্ম-সংস্কাৰ শেষ হৈ গ'ল। কোনেনো জানিছিল যে, এই সদ্যোজাত ল'ৰাটিয়ে ভৱিষ্যতে অসম-মাতৃৰ মুখ উজ্জ্বল কৰিব।

যি হওক পণ্ডিত ৺কেশৱাচাৰ্য্য এজন সদাচাৰী, বিষয়-বিষত অনাসক্ত, কেশৱৰ অৰ্চ্চনাত সদায় ৰত, সৰলচিতীয়া; আৰু জিতেন্দ্ৰিয় পুৰুষ আছিল। তেওঁৰ আন এটি নাম আছিল "আত্মাৰাম"।" তেওঁ এই নামটোৰ সাৰ্থকতা পাৰ্য্যমানে

ৰাখিছিল। মানুহ ধাৰ্ম্মিক আৰু ভগৱদ্ভক্ত হব নোৱা... কুল-গৌৰৱ পুত্ৰলাভ কৰিব নোৱাৰে। তত্ত্ব-জ্ঞানী, ... আৰু মহাপুৰুষসকলৰ জীৱনী পঢ়িলত, এই বিষয়ৰ স... নাথাকে।

তেওঁৰ মৃত্তিকা-শৌচ আদি কৰাত বেছি সময় লাগিছি... নিত্য, নৈমিত্তিক কাৰ্য্যকলাপৰ অঙ্গহানি সহ্য কৰিব নে... ৰিছিল। তেওঁ অন্যায় ভাবে আনৰ অনিষ্ট কৰি, কেতি... ধনোপাৰ্জ্জন নকৰিছিল। পণ্ডিত ৺কেশৱাচাৰ্য্যে নিজৰ নি... নৈমিত্তিক কাৰ্য্যবিলাক যথাশক্তি বিধিমতে কৰাৰ নিমি... ছাত্ৰক পঢ়ুৱাবলৈ সময় নাপাইছিল। মুঠতে তেওঁৰ জীৱ... এবছৰমান ছাত্ৰক পঢ়াইছিল। তেওঁ এনেকুৱা ভাগৱত-... আছিল যে, কি খৰালি, কি বাৰিষা, কোনো ঠাইত ভাগৱ... পাঠৰ কথা শুনিবলৈ পোৱা মাত্ৰকে, ঘৰৰ কাজ কাটি ... থৈয়ো, দুখকো দুখ নাভাবি অতি আগ্ৰহেৰে গৈছিল।

এনে কি দহ-বাৰ মাইলমান আঁতৰত হলেও আওক... নকৰিছিল। * (ক) তেওঁ মনৰ জোখাই ভাৰ্য্যা...

*(ক)—৺ধীৰেশ্বৰাচাৰ্য্যে জীৱনী-লেখকৰ আগত কৈছিল।

দেৱে তেওঁৰ পিতৃদেৱৰ বিষয়ে লেখকৰ আগত তলত লি... কথাটো কৈছিল,—

"এবাৰ ৺ধীৰেশ্বৰাচাৰ্য্যৰ পিতৃদেৱ পণ্ডিত ৺কেশৱাচা... ৺কামাখ্যা তীৰ্থ-দৰ্শন কৰিবলৈ আহিছিল। তাৰ পাচত তে... ৺কামাখ্যাধামত এৰাতিও নাথাকি, ভগৱতীৰ দৰ্শন কৰি ...



কৰিছিল।* (খ) তেওঁৰ পত্নী চন্দ্ৰপ্ৰভা দেৱী স্মৃতিশক্তিশালিনী, স্বামি-ভক্তিপৰায়ণা; আৰু পাক-কৰ্ম্মত নিপুণা আছিল।

পণ্ডিত ৺কেশৱাচাৰ্য্যে যথাকালত তেওঁৰ পুত্ৰটিৰ নাম-কৰণ কৰিলে "ধীৰেশ্বৰ"। লাহে লাহে পণ্ডিত-দম্পতীৰ; আৰু ঘৰৰ আন আন মানুহবিলাকৰ, ওচৰ-চুবুৰীয়াৰ মৰম পাই ল'ৰাটি ডাঙৰ-দীঘল হবলৈ ধৰিলে।

সময়ে কাৰো অপেক্ষা নাৰাখে। চাওঁতে চাওঁতে পণ্ডিত ৺কেশৱাচাৰ্য্যৰ তনয়ৰ বিদ্যাৰম্ভৰ সময় উপস্থিত হ'ল। পাঁচ-বছৰ বয়সত ৺ধীৰেশ্বৰাচাৰ্য্যৰ বিদ্যাৰম্ভ হৈছিল। বিদ্যাৰম্ভ হ'ল সঁচা, কিন্তু তেওঁৰ পঢ়াৰ সঁজুলি ক'ৰবাতে পৰি থাকে, ৺ধীৰেশ্বৰাচাৰ্য্যৰ পঢ়াৰ ফালে মনেই নাই। সম-বয়ছীয়া ল'ৰাবোৰৰ লগত সদায় ফুৰা-চকা, ধূলা-খেলা, ৰং-ধেমালি। পণ্ডিত ৺কেশৱাচাৰ্য্যৰো ল'ৰাটিৰ ওপৰত সুদৃষ্টিৰ অভাৱ। কাৰণ তেওঁ নিত্য-নৈমিত্তিক কৰ্ম্ম-আদিত সদায় ৰত আছিল। যি নহওক, ল'ৰা-ছোৱালীৰ ওপৰত সদায় চোকা-দৃষ্টি নাৰাখিলে সন্তান সঙ্গদোষত কুপথগামী হৈ চিৰজীৱন পিতৃ-মাতৃৰ শূল-তুল্য হয়।

৺ধীৰেশ্বৰাচাৰ্য্যক পোন্ধৰ-যোল বছৰ-বয়সলৈকে ৰং-ধেমালি আৰু দুষ্টালিয়ে এৰা নিদিলে। সন্তান দুষ্ট, শিষ্ট হোৱাৰ কেৱল জন্মান্তৰেই কাৰণ নহয়। সুশিক্ষা, কুশিক্ষা,

গৈছিল। তাৰ কাৰণ পৰ্ব্বতৰ ওপৰত মল-মূত্ৰ-ত্যাগ কৰা নিষেধ।"

*(খ)—"ভাৰ্য্যাং মনোৰমাং দেহি মনোবৃত্ত্যনুসাৰিণীম্।" (চণ্ডী)।

সুসঙ্গ, কুসঙ্গ আৰু সামাজিক-বন্ধনৰ শিথিলতাৰ কাৰণেও ল'ৰা-ছোৱালী ভাল-বেয়া হয়। দোষ আৰু গুণবোৰ সংসৰ্গৰ পৰা জন্মে। * (১) ল'ৰা-ছোৱালী ভাল-বেয়া হোৱাৰ কেবাটিও কাৰণ আছে। প্ৰথমতঃ বাপেক, মাক নাইবা আন অভিভাৱক পাৰ্য্যমাণে আদৰ্শ হব লাগে। দ্বিতীয়তঃ গাৱঁলীয়া নাইবা চহকুৱা পাৰিপাৰ্শ্বিক অৱস্থাতো ল'ৰা-ছোৱালী ভাল-বেয়া হব পাৰে। যিহওক ৺কেশৱাচাৰ্য্যে নিজে শিক্ষা দিয়াত প্ৰতিবন্ধকতাৰ কাৰণে ল'ৰাটিক নাগৰকুছিৰ মাতামহৰ ঘৰত ৰাখিলে।

---

## ৩। সংস্কৃত-শিক্ষা আৰু পৰিণয়।

নাগৰকুছি গাওঁখন আঠঘৰীয়াৰ পৰা প্ৰায় ছমাইলমান আঁতৰত অৱস্থিত। এই নাগৰকুছিতে ৺ধীৰেশ্বৰাচাৰ্য্যৰ মোমায়েকৰ ঘৰ। দেউৰ মাতামহ-বংশ মৈথিল ব্ৰাহ্মণ। তেওঁৰ মাতামহৰ পূৰ্ব্বপুৰুষ কোন, কেতিয়া, কি কাৰণে তালৈ আহি বাস কৰিছিল, সেই বিষয়ৰ কোনো প্ৰমাণ পোৱা নাযায়। ৺ধীৰেশ্বৰাচাৰ্য্যৰ মাতুল-বংশত পুৰুষানুক্ৰমে

* (১)—"সংসৰ্গজা দোষগুণা ভৱন্তি।"



কেৱাজনো পণ্ডিত হৈছিল। * (১) ৺ধীৰেশ্বৰাচাৰ্য্যে প্ৰায় বাৰ-বছৰ বয়সত, মোমায়েকৰ (২) ঘৰত থাকি, তেওঁৰ জ্যেষ্ঠ মাতামহ ৺ৰামদেৱ উপাধ্যায়ৰ ওচৰত সংস্কৃত-শিক্ষা আৰম্ভ কৰিছিল। দেউৰ খুৰাতি মোমায়েকৰ নাম ৺ৰমাকান্ত উপাধ্যায়। ৺ধীৰেশ্বৰাচাৰ্য্যে তেতিয়া সংস্কৃত-শিক্ষাত মন দিয়া নাছিল। তেওঁ ৰং-ধেমালি কৰি সময় কটাইছিল। সতীৰ্থ; আৰু সহপাঠীসকলে পাঠ পঢ়িবলৈ ধৰিলত, তেওঁ প্ৰায়ে বিছনাত বাগৰ দি, পাঠ্যবিষয়বোৰ শুনি থাকে। কিন্তু তেওঁৰ মেধাশক্তি অসাধাৰণ আছিল। পাঠ্যবিষয়বোৰ এবাৰ মাথোন কাণত সোমালে, মস্তিষ্কত শিলৰ ৰেখাৰ দৰে স্থায়ী হৈছিল।

৺ৰামদেৱ উপাধ্যায়ৰ সংস্কৃত পঢ়াশালিখন বহুদিনীয়া পুৰণি। ৺ধীৰেশ্বৰাচাৰ্য্যে পঢ়া সময়ত টোলৰ ছাত্ৰ

* (১)—বৰ্ত্তমানে দেউৰ মাতুল-বংশীয় শ্ৰীৰমণীকান্ত দেৱশৰ্ম্মা বেদ-ব্যাকৰণায়ুৰ্ব্বেদ শাস্ত্ৰী ৺ধীৰেশ্বৰাচাৰ্য্য সংস্কৃত-বিদ্যালয়ৰ এজন অধ্যাপক।

* (২)—আৱাংমূৰৰ কন্দৰ্প দেৱশৰ্ম্মাৰ পৰা শুনা কথা;—

৺ধীৰেশ্বৰাচাৰ্য্যৰ নিজৰ মোমায়েকৰ নাম ৺ৰমাকান্ত উপাধ্যায়। মাতামহৰ নাম ৺ৰামদেৱ উপাধ্যায়। এওঁলোক চৈধ্য-পোল্কৰ পুৰুষৰ পৰা যথাক্ৰমে পণ্ডিত। ৺ৰমাকান্ত উপাধ্যায় ৰত্নমালা-ব্যাকৰণ, স্মৃতি, মীমাংসা, ন্যায় আৰু জ্যোতিষশাস্ত্ৰত অদ্বিতীয় পণ্ডিত আছিল। তদুপৰি তেওঁ এজন তেজস্বী, নীৰোগ; আৰু বৰ মান্যবন্তলোক আছিল। এওঁলোকৰ পূৰ্ব্বপুৰুষ "কৱিচন্দ্ৰ কৱিৰত্নে" বিদেশত পাণিনীয় ব্যাকৰণ পঢ়ি আহিছিল। এওঁৰ আন এটি উপাধি হৈছে—"কৱিৰাজ চক্ৰবৰ্ত্তী।" এই উপাধিটো কোচবিহাৰত পাইছিল।

সংখ্যা প্ৰায় চৈধ্য-পোন্ধৰজনমান আছিল। দেউৰ লগত তেওঁলোকৰ পুৰোহিতৰ ল'ৰা ৺ৰবিনাথ শৰ্ম্মায়ো তাত থাকি পঢ়িছিল। পঢ়ুওৱা সময়ত ৺ধীৰেশ্বৰাচাৰ্য্যে প্ৰায়ে বিছনাত বাগৰ দি থকাৰ নিমিত্তে, তেওঁৰ জ্যেষ্ঠমাতামহ ৺ৰামদেৱ উপাধ্যায়; আৰু খুৰাতি মোমায়েক ৺ৰমাকান্ত উপাধ্যায়ে সময়ে-সময়ে দেউৰ ওপৰত বেজাৰ পাইছিল। আন আন ছাত্ৰবিলাকৰ পাঠ পঢ়া শেহ হলত, দেৱে কেতিয়াবা সুবিধামতে পাঠ লৈছিল। ৺ধীৰেশ্বৰাচাৰ্য্যৰ স্মৃতি, মেধা; আৰু প্ৰতিভা অদ্ভুত আছিল। কেতিয়াবা মাতামহ নাইবা মোমায়েক ঘৰত নেথাকিলে, তেৱেঁই ওজা ছাত্ৰ হৈ, আন আন ছাত্ৰ বিলাকক সুন্দৰকৈ পঢ়াইছিল। তাৰ পিচত তেওঁৰ জ্যেষ্ঠ মাতামহ আৰু খুৰাতি মোমায়েক আহি ছাত্ৰসকলক পাঠ পঢ়িবলৈ ক'লে, ৺ধীৰেশ্বৰাচাৰ্য্যে পঢ়ুৱাইছে বুলি কয়। সেই বয়সতে দেউৰ প্ৰতিভা, সংস্কৃত-শ্লোক ৰচনাৰ প্ৰতি ধাউতি আৰু অধ্যাপনাৰ পৰিচয় পাই তেওঁলোক দুয়োজন আচৰিত; আৰু আনন্দিত হৈছিল।

---

৺শম্ভুনাথ উপাধ্যায় ৺ৰমাকান্ত উপাধ্যায়ৰ সাপিণ্ড্য ডাঙৰ ভায়েক। ৺শম্ভুনাথ উপাধ্যায়ে ৰত্নমালা-ব্যাকৰণ আৰু ভাগৱত ভালকৈ জানিছিল। ৺ধীৰেশ্বৰাচাৰ্য্যে মোমায়েকৰ ঘৰত থকা সময়ত, সোণকুচিয়াৰ সহপাঠী ৰঘুনাথে এদিন তেওঁক ৰত্নমালাৰ এটি কাঁকিৰ অৰ্থ সোধাত, ৺ধীৰেশ্বৰাচাৰ্য্যে এৰাতি ভাবিও উত্তৰ দিবলৈ নোৱাৰি মনৰ দুখত কোচবিহাৰলৈ গুচি গৈছিল। তাৰ



মোমায়েকৰ ঘৰত থকাসময়ত, ৺ধীৰেশ্বৰাচাৰ্য্যে প্ৰায় গছত-উঠা, বাটকৰা মানুহৰ পৰা বস্তু কাঢ়ি-অনা; আৰু বৰশী দি মাছ-ধৰা, প্ৰভৃতি কাজত ৰত আছিল। কোনো মানুহক বাঁহ আৰু বেতৰ কাম কৰা দেখিলত, তেওঁ ততালিকে সেই কামটো শিকিবলৈ চেষ্টা কৰিছিল; আৰু কাম কৰি থকা মানুহবিলাকক নিৰ্ভয়চিত্তে কৈছিল যে,— "তোমালোকেহে পাৰা জানোঁ, মই নোৱাৰোঁ নে ?" সকলো বিষয়তে আগ-বাঢ়ি যোৱা স্বভাৱটো তেওঁৰ আছিল।

দেৱে মোমায়েকৰ ঘৰত চাৰি-পাঁচ বছৰমান থাকি; ৰত্নমালা-ব্যাকৰণ, অমৰ-কোশ; আৰু হিতোপদেশ প্ৰভৃতি পঢ়িছিল। তাৰ পিচত তেওঁৰ তেজ-গ্ৰহণী হোৱাৰ কাৰণে ঘৰলৈ আহি ছমাহমান ৰোগ ভোগ কৰিছিল; আৰু সেই অসুস্থ-অৱস্থাতে ৰত্নমালা প্ৰভৃতি কেইখনমান সংস্কৃত-গ্ৰন্থ তুলাপতীয়া কাকতত নকল কৰি লিখিছিল।

কটপোহাৰ ৺গৌৰীদত্ত শৰ্ম্মা কৱিৰাজৰ চিকিৎসাত, তেজ-গ্ৰহণীৰ পৰা দেৱে আৰোগ্য লাভ কৰিছিল; আৰু উক্ত কৱিৰাজৰ অনুৰোধত কৃতজ্ঞতাৰ চিন্‌স্বৰূপে নিদান প্ৰভৃতি

---

পিচত তেওঁ তাতে পঢ়ি আহি ৺ৰমাকান্তৰ পঢ়াশালিখন বৰ্ণনা কৰি, এটি চক্ৰবন্ধ শ্লোক এঘণ্টাৰ ভিতৰতে ৰচিছিল। ৺শম্ভুনাথে ভাগৱতৰ নকল সমাপ্ত কৰি লিখি শ্লোক ৰচিবলৈ অসমৰ্থ বুলি কোৱাত, ৺ধীৰেশ্বৰাচাৰ্য্যে বাৰটা শ্লোক ৰচনা কৰি দিছিল। তিনিটা ডাঙৰ ছন্দেৰে, আৰু নটা সৰু ছন্দেৰে।

কেইখনমান কৱিৰাজী গ্ৰন্থ ৺ধীৰেশ্বৰাচাৰ্য্যে মূলপুথিৰ নকল কৰি তেওঁক লিখি দিছিল।

গ্ৰন্থকেইখন নকল কৰি দিয়াৰ ফলত, নিদানৰ বচনবোৰ স্মৃতিমান্; আৰু মেধাৰী ৺ধীৰেশ্বৰাচাৰ্য্যৰ প্ৰায় কণ্ঠস্থ হৈছিল। গ্ৰহণীৰ পৰা মুক্ত হোৱাৰ পিচত ঘৰত দুমাহমান থাকি, লৰমা-গাৱঁৰ ৺ধৰ্ম্মপাল উপাধ্যায়ৰ ওচৰত তিনিমাহমান পঢ়োতেই ৺ধৰ্ম্মপাল উপাধ্যায় স্বৰ্গত হৈছিল।

দেউৰ তেজগ্ৰহণীৰ মাজতে, তেওঁৰ জ্যেষ্ঠ-মাতামহৰ আৰু মাতুলালয়ত থাকোঁতেই পিতাকৰো ভৱলীলা শেহ হৈছিল। লৰমাত পঢ়া সময়ত ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যও দেউৰ সহাধ্যায়ী আছিল।

যেতিয়া বাথাৰ নিবাসী ৺বাসুদেৱ উপাধ্যায় গুৱাকুছি টোলৰ অধ্যাপক আছিল, তেতিয়া ৺ধীৰেশ্বৰাচাৰ্য্যে তাতে গৈ এবছৰমান ৰত্নমালা-ব্যাকৰণ আৰু বাদাৰ্থ পঢ়িছিল। এই সময়ৰ পৰা অধ্যয়নৰ লগে লগে দেউৰ সংস্কৃত-সাহিত্যত অনুসন্ধিৎসা; আৰু বিচাৰ কৰা শক্তিৰ বিকাশ হবলৈ ধৰিলে। উক্ত পণ্ডিতৰে সৈতে পাঠ্যৱিষয়ত, ৺ধীৰেশ্বৰাচাৰ্য্যৰ মাজে-সময়ে তৰ্কাতৰ্কি আৰু শাস্ত্ৰীয় বিচাৰ হৈছিল বুলিও শুনিছোঁ।

টোলখন গুৱাকুছি-নিবাসী, ভৃঙ্গেশ্বৰ-দেবালয়ৰ দলৈ ৺ৰাধানাথ শৰ্ম্মাই নিজা-খৰচেৰে পাতিছিল; আৰু পঢ়া-শালিখন প্ৰায় চাৰি-পাঁচ বছৰমান জীয়াই আছিল। পণ্ডিতজনৰ



ওচৰত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে বাদাৰ্থাদি পঢ়াত সন্তুষ্ট নহৈ, কোচবিহাৰলৈ (১) গৈ খাগ্ৰাবাৰীৰ ৺সিদ্ধনাথ বিদ্যা-বাগীশ মহাশয়ৰ চতুষ্পাঠীত দুমাহমান থাকিবলৈ নোপাওঁতেই জ্বৰাক্ৰান্ত হ'ল। আনফালে শ্ৰীশ্ৰী৺সৰস্বতী-পূজাৰ দিন ওচৰ চাপিবলৈ ধৰিলে। পূজা উপলক্ষে স্থানীয় ভদ্ৰলোক-সকলক চিঠিৰে নিমন্ত্ৰণ কৰিব লাগিব।

৺কালীনাথ (২) নামেৰে এজন ছাত্ৰৰ ওপৰত চিঠি লিখাৰ ভাৰ পৰিল, কিন্তু তেওঁৰ নিমন্ত্ৰণী শ্লোক ৰচনা কৰাৰ শক্তি নিচেই তাকৰ। উপায় নাপাই ৺কালীনাথে শ্লোক ৰচনা কৰাৰ সঁজুলি ছন্দোগ্ৰন্থ আৰু অমৰকোশ সন্মুখত লৈ শ্লোক-ৰচনাত প্ৰবৃত্ত হ'ল। কিন্তু ৰচনা হৃদয়-গ্ৰাহী নহল। "শুষ্কং কাষ্ঠং তিষ্ঠত্যগ্ৰে" যেন হ'ল। "নীৰস-তৰুৰয়ং পুৰতো ভাতি" এনেকুৱা শ্ৰুতিমধুৰ নহ'ল।

সৰস্বতী পূজা উপলক্ষে ৰচিত নিমন্ত্ৰণী-শ্লোক সৰ্ব্বাঙ্গ-সুন্দৰ নোহোৱা বুলি শুনি, অধ্যাপক ৺সিদ্ধনাথ বিদ্যাবাগীশ

(১) দেউ কোচবিহাৰত থকা-সময়ত এদিন ৰাতি সপোনত "নীল-সৰস্বতী"ৰ (তাৰাদেৱীৰ) বীজমন্ত্ৰ লাভ কৰিছিল। সেই স্বপ্নলব্ধ মন্ত্ৰটো ৺সিদ্ধনাথ বিদ্যাবাগীশৰ হতুৱাই সংস্কাৰ কৰাই লয়। সেই মন্ত্ৰ পোৱাৰ পিচৰ পৰাই ৺ধীৰেশ্বৰাচাৰ্য্যৰ বিদ্যা, বুদ্ধি, স্মৃতি, মেধা, প্ৰতিভা, কৱিত্ব আৰু বিচাৰ কৰা শক্তি উত্তৰোত্তৰ বাঢ়িবলৈ ধৰিলে।

(এই কথাখিনি ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰা শুনিছোঁ)।

(২) ৺ধীৰেশ্বৰাচাৰ্য্যে মোৰ আগত উক্ত নামটো কোৱা মনত পৰে।

মহাশয়ে তেখেতৰ প্ৰিয়তম ছাত্ৰ, জ্বৰহোৱা, শয্যাশায়ী ৺ধীৰেশ্বৰাচাৰ্য্যক ৰচনা কৰিবলৈ আদেশ দিলে। ৺ধীৰেশ্বৰাচাৰ্য্যে গুৰুৰ আজ্ঞা উল্লঙ্ঘন কৰিবলৈ নোৱাৰি, সেই ৰুগ্নাৱস্থাতেই অতিশীঘ্ৰে সংস্কৃত-শ্লোকেৰে সুললিত নিমন্ত্ৰণী চিঠিখন ৰচনা কৰি দিলত গুৰু আৰু ছাত্ৰবৃন্দ অবাক্ হ'ল।

তাৰ পিচত ৺ধীৰেশ্বৰাচাৰ্য্যৰ জ্বৰ নেৰাৰ কাৰণে ঘৰলৈ উলটি আহিবলৈ বাধ্য হ'ল। বিদ্যালাভৰ উৎকট আশা মৰিমূৰ হৈ গ'ল। ৺ধীৰেশ্বৰাচাৰ্য্যৰ গুৰুগৃহত অধ্যয়নৰ এইটোৱে শেহছোৱা। ঘৰলৈ অহাৰ কিছুমান দিনৰ পিচত তেওঁৰ জ্বৰ গুচিল। তাৰ পিচত দেৱে কিছুমান দিন ঘৰতে থাকিল।

ইয়াৰ মাজতে তেওঁৰ জ্যেষ্ঠৈতি অগ্ৰজ ৺জয়দেৱ আচাৰ্য্যে নপ্তীপেৰীয়া ৺মহীনাথ গোস্বামীৰ কনিষ্ঠা কন্যাক ৺ধীৰেশ্বৰাচাৰ্য্যৰ নিমিত্তে মনোনীত কৰি বিবাহৰ যো-জা কৰিবলৈ ধৰিলে। প্ৰজাপতি-নিৰ্ব্বন্ধত একৈশ-বাইশ বছৰমান-বয়সত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ বিবাহ-সূত্ৰত আৱদ্ধ হ'ল।*। কন্যাজনীৰ বয়স দহবছৰমান। বিবাহ কৰোৱাৰ পিচৰ পৰাই দেউক বৈষয়িক-চিন্তাই লগ পালে। কাৰণ তেওঁ পিতৃঋণগ্ৰস্ত। কিভাবে পৈতৃক ঋণ পৰিশোধ কৰিবলৈ পাৰিব, সেইটোৱে তেখেতৰ চিন্তাৰ বিষয় হ'ল।

* কুলবিল-সত্ৰৰ ৺পদ্মকান্ত গোস্বামী কৱিৰাজৰ পৰা শুনা কথা—"দেৱৰ বিবাহৰ দিনা বিবাহ-মণ্ডপত কিছুমান টোলৰছাত্ৰে সংস্কৃতেৰে বাদানুবাদ কৰিলত, দেৱে হোম আৰু কুশণ্ডিকা শেষ হৈ যোৱাৰ পিচত, নিমাত হৈ থাকিব নোৱাৰি বিবাহ-মণ্ডপত থকা ভদ্ৰলোক সকলৰ বাধা নেমানি ছাত্ৰৰে সৈতে তৰ্ক-যুদ্ধ আৰম্ভ কৰিছিল।



---

## ৪। উত্তৰ-গুৱাহাটীত অধ্যাপনা।

দেৱে বিবাহ কৰোৱাৰ পিচত, জীৱিকা-নিৰ্ব্বাহৰ নিমিত্তে উত্তৰ-গুৱাহাটীলৈ গৈছিল। তাত স্থানীয় ন-গোঁসাইৰ ঘৰত, ৺জটাধৰ গোস্বামী প্ৰভৃতি ভদ্ৰলোকসকলে এখন সংস্কৃতটোল স্থাপন কৰি তেওঁক ৰাখিছিল। (ক) সেই পঢ়াশালিত তিনিবছৰমান থকাৰ পিচত, ছাত্ৰাভাৱৰ কাৰণে টোলখন ভাগিলত, দেউ নগাঁৱলৈ গৈছিল।

(ক) উত্তৰ-গুৱাহাটীৰ ৺ত্ৰিপুৰেশ্বৰ গোস্বামীৰ পৰা শুনা কথা :—প্ৰায় চৌবিশ-পঁচিশ বছৰমান বয়সত ৺ধীৰেশ্বৰাচাৰ্য্য-দেৱে জীৱিকা-নিৰ্ব্বাহৰ বাবে উত্তৰ-গুৱাহাটীলৈ যোৱাত, স্থানীয় ভদ্ৰলোকসকলে দেউক এখন সংস্কৃত-টোল পাতি দিয়ে। গুৱাহাটীৰ লোকেলবোৰ্ডে টোলত মাসিক অলপ সাহায্য দিছিল। উত্তৰ-গুৱাহাটীৰ বৰ্ত্তমান বালিকা-বিদ্যালয়ৰ ঠাইত টোলখন স্থাপিত হৈছিল। তেতিয়া আগদলাৰ ৺মথুৰানাথ অধ্যাপক প্ৰভৃতি দেউৰ ছাত্ৰ আছিল।

উত্তৰ-গুৱাহাটীৰ ৺ৰত্নেশ্বৰ গোস্বামী তহশীলদাৰ মহাশ যেতিয়া হাজোত আছিল ; তেতিয়া দেৱে কোচবিহাৰৰ প জ্বৰ-গ্ৰস্ত হৈ আহি ভালেমান দিন ঘৰতে আছিল। তা পিচত এদিন ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যে দেউক হাজোত থক ৺ৰত্নেশ্বৰ গোস্বামীৰ ওচৰলৈ লৈ গৈ, দেউ এজন পণ্ডিত বুলি পৰিচয় কৰাই দিয়ে। উক্ত গোস্বামী জন যদিও বি সংস্কৃতজ্ঞ নাছিল, তথাপি ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যৰ কথা ম দেউক সিদিনা তেওঁৰ হাজোৰ বাঁহাত ৰাখি, ৺ঘনকান্ত চৌধাৰী লগত পৰামৰ্শ কৰি, ৰাতি হাজোৰ বহুত শ্ৰোতাৰ সম্মু ৺ৰত্নেশ্বৰ গোস্বামীৰ হাতেৰে লিখা সাঁচিপতীয়া "চণ্ডী ৺ধীৰেশ্বৰাচাৰ্য্যক ব্যাখ্যা কৰিবলৈ দিলত, তেওঁ অতি সুন্দৰৈ ব্যাখ্যা কৰিছিল।

---

দেউ উত্তৰ-গুৱাহাটীলৈ যোৱাৰ আগেয়ে দাহদীয়াৰ অধ্যা তাত টোল পাতিছিল; আৰু সেই টোলখনত গুৱাহাটীৰ লো বোৰ্ডে মাহে ছটকাকৈ সাহায্য দিছিল। তেওঁ তাত ছবছৰ আছিল। উত্তৰ-গুৱাহাটীৰ ন-গোঁসাইসকলৰ ৺দুৰ্গা-পূজা কৰা ঠা দাহদীয়াৰ পণ্ডিত-দেউৰ টোল আছিল। ৺ধীৰেশ্বৰাচাৰ্য্য-দেৱৰে সৈ দাহদীয়াৰ অধ্যাপকৰ মাজে-সময়ে শাস্ত্ৰীয় তৰ্কাদি হৈছিল।

৺ধীৰেশ্বৰাচাৰ্য্যদেৱ তালৈ যোৱাৰ কিছুমান দিনৰ পিচত দীয়াৰ অধ্যাপক ঘৰলৈ গ'ল। লোকেলবোৰ্ডৰ পৰা দাহ অধ্যাপকে মাসিক সাহায্য পোৱা ছ-টকা বোধ কৰো ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে পাইছিল।



ব্যাখ্যা ভাল হোৱাৰ বাবে শ্ৰোতৃবৰ্গ সন্তুষ্ট হৈছিল ; আৰু দেউক চণ্ডী-ব্যাখ্যা কৰাৰ বাবে নগদ দুটকা, এখন ধুতি আৰু এখন চেলেং দিছিল। তাৰ পিচত ৺ৰত্নেশ্বৰ গোস্বামীই দেউক তেওঁৰ উত্তৰ-গুৱাহাটীৰ নিজৰ ঘৰলৈ অনাই এখন সংস্কৃত-টোল পাতি দিছিল।

তেতিয়া সেই টোলত পাতিদৰং মৌজাৰ অন্তৰ্গত নগাঁৱৰ ৺মধুনাথ শৰ্ম্মা, বঙালগাঁৱৰ ৺পুৰুষোত্তম শৰ্ম্মা ; আৰু হেলেচাৰ ৺পুষ্পচন্দ্ৰ দলৈ প্ৰভৃতিই পঢ়িছিল। পাঠ্য-বিষয় আছিল ৰত্নমালা-ব্যাকৰণ, অমৰকোশ আৰু হিতোপদেশ আদি।

দেউৰ বয়স তেতিয়া চৌবিশ-পঁচিশ বছৰমান হব। ৺ৰত্নেশ্বৰ গোস্বামীই দেউক অধ্যাপনাৰ বাবে খোৰাক্ দিছিল ; আৰু দেৱেও মাজে-সময়ে তাত পাঠ, স্বস্ত্যয়ন আদি কৰিছিল।

স্থানীয় ভদ্ৰলোকসকলৰ পৰা মাসিক নিৰ্দ্দিষ্ট বেতন পাইছিল নে নাই সেইটো অজ্ঞাত। উত্তৰ-গুৱাহাটীৰ শ্ৰীগোবিন্দেশ্বৰ

---

সোণকুটিয়াৰ গৌৰী অধ্যাপকৰ উত্তৰ-গুৱাহাটীত বহুত যজমান আছিল। যজমানবিলাকৰ কাৰ্য্যোপলক্ষে গৌৰী অধ্যাপক প্ৰায় উত্তৰ-গুৱাহাটীলৈ অহা-যোৱা কৰিলত, ৺ধীৰেশ্বৰাচাৰ্য্যৰে সৈতে মাজে-সময়ে কৰ্ম্মকাণ্ড আদিৰ বিষয়ে বাদানুবাদ হৈছিল।

উত্তৰ-গুৱাহাটীৰ নন্দৰাম গাওঁবুঢ়াই দান কৰি দিয়া মাটিত, বৰ্ত্তমানে গৰমূৰৰ গোস্বামিদেৱে এখন সত্ৰ স্থাপন কৰিছে। সেই সত্ৰৰ ঠাইত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে সপৰিবাৰে বাঁহ কৰি আছিল। উক্ত গোস্বামিদেৱে কয় যে,—"দেউ তাত সাত-আঠ বছৰমান আছিল।"

গোস্বামী মৌজাদাৰৰ পৰা শুনিছোঁ যে,—"দেউ দুইবাৰ উত্তৰ-গুৱাহাটীত আছিল, প্ৰথমবাৰ তিনিবছৰমান ; আৰু দ্বিতীয়বাৰ ডেৰ বছৰমান ।"*

---

* উত্তৰ-গুৱাহাটীৰ নন্দৰাম গাওঁবুঢ়াৰ পৰা শুনা কথা ঃ—

উত্তৰ-গুৱাহাটীৰ ৺জটাধৰ গোস্বামীয়ে নিজৰ পুতেক বিলাকৰ সংস্কৃত-শিক্ষাৰ বাবে, নবগ্ৰাৰ ৺সদাশিব অধ্যাপকক তিনি বছৰমান ৰাখিছিল উত্তৰ-গুৱাহাটীৰ বৰ্ত্তমান মজলীয়া ইংৰাজী স্কুল ; আৰু নিম্ন-প্ৰাইমাৰী স্কুলৰ ঠাইতে উক্ত গোস্বামী মহাশয়ে এখন টোল পাতিছিল । টোল পাতি দিয়া ঠাইত, তেওঁৰ নিজা মাটিও অলপ আছিল । পঢ়াশালিখনত মুঠতে দহ-বাৰ জন মান ছাত্ৰ হৈছিল । তাৰ পিচত ছাত্ৰৰ অভাৱত টোলখন ভগাত,৺সদাশিব অধ্যাপক ঘৰলৈ গল । এইটো প্ৰায় পঞ্চাশ-বছৰমান আগৰ কথা ।

তাৰ পিচত উক্ত গোস্বামীয়ে ৺ধীৰেশ্বৰাচাৰ্য্যক ঘৰৰ পৰা অনাই উত্তৰ-গুৱাহাটীৰ বৰ্ত্তমান ইংৰাজী মজলীয়া স্কুল, আৰু নিম্ন-প্ৰাইমাৰীৰ ঠাইত * এখন সংস্কৃত-টোল পাতি দিয়ে । তেতিয়া দেউৰ বয়স প্ৰায় পঁচিশ-ছাব্বিশ বছৰ । পঢ়াশালিত কুৰিজনমান ছাত্ৰ হৈছিল । টোলখন চাৰি বছৰমান জীয়াই আছিল । ৺জটাধৰ গোস্বামীৰ চেষ্টাত দেৱে গুৱাহাটীৰ লোকেলবোৰ্ডৰ পৰা মাহে পঁচিশ টকা পাইছিল । দেৱে তাত থকাত, মানুহ বুজি নিমন্ত্ৰণ ৰাখিছিল । কোনোবাই পাঠ-পূজা উপলক্ষে নিমন্ত্ৰণ কৰিলেও প্ৰায় যাবলৈ নুখুজিছিল । কিছু-মান দিনৰ পিচত এটি এটিকৈ ছাত্ৰ নাইকিয়া হলত, টোলখন ভাগিল ।

দেৱে প্ৰথমতে তাত এবছৰমান অকলশৰীয়াকৈ থাকি, তাৰ পিচত সপৰিবাৰে আছিল । উত্তৰ-গুৱাহাটীৰ মালভোগ পিয়াদাৰ



১৮৮২ খৃষ্টাব্দত গুৱাহাটীৰ চৰকাৰী উচ্চ-ইংৰাজী-বিদ্যালয়ত, সুবিখ্যাত অসমীয়া ঔপন্যাসিক, ৺ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই দেউক পোনপ্ৰথমে দেখা পায় । তেতিয়া ঢাকা জিলাৰ বিক্ৰমপুৰ পৰগণাৰ ৺নৱকুমাৰ তৰ্কপঞ্চানন মহাশয় কলিজিয়েট স্কুলৰ হেড্-পণ্ডিত আছিল । তেওঁ এজন বিখ্যাত বৈয়াকৰণ । এদিন তৰ্কপঞ্চানন মহাশয়ৰে সৈতে দেৱে সংস্কৃত-ভাষাৰে অনৰ্গল আলাপ কৰি গুচি যোৱাত, ৺ৰজনীকান্ত বৰদলৈয়ে তৰ্কপঞ্চানন মহাশয়ক দেউৰ বিষয়ে সোধাত, হেড্-পণ্ডিত মহাশয়ে কৈছিল যে, "আমাৰ পূজ্যপাদ দেউ ব্যাকৰণ আৰু ছন্দঃশাস্ত্ৰত অশেষ ব্যুৎপত্তিশালী ।" তেতিয়া তেখেতৰ বয়স আনুমানিক তেইশ-চৌবিশ বছৰ ।

উক্ত বৰদলৈ মহাশয়ে কৈছিল যে,—"তেতিয়া ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে শুক্ৰেশ্বৰ দেৱালয়ত কিছুমান দিন অধ্যাপনা নকৰি আছিল । তাৰ পিচত উত্তৰ-গুৱাহাটীৰ ৺ৰত্নেশ্বৰ গোস্বামীই পতা সংস্কৃত-টোলৰ অধ্যাপক হৈছিল । তেতিয়া তেওঁ সপৰিবাৰে তাত আছিল । ৺ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই মাজে-সময়ে উত্তৰ-গুৱাহাটীৰ মোমায়েকৰ ঘৰলৈ যোৱাৰ সময়ত দেউৰে সৈতে সাক্ষাৎ কৰিছিল ।

---

দুবিঘা মাটি ত্ৰিশ টকাৰে কিনি নিজাকৈ ঘৰ বান্ধিছিল । মাটি-ডোখৰ নন্দৰাম গাওঁবুঢ়াৰ নামে কিনা হৈছিল । মাটি কিনাৰ বাবে দেৱে কুৰি টকা ; আৰু গাওঁবুঢ়াই চল্লিশ টকা দিছিল ।

বৰদলৈ ডাঙৰীয়াৰ ভালকৈ মনত আছিল যে, "দেৱে সেই সময়ত দুধ-দাঁত নসৰা দু-তিনি বছৰীয়া নিজৰ ডাঙৰ জীয়েক সৰস্বতীক সংস্কৃত শ্লোক শিকাইছিল ; আৰু সৰস্বতীয়েও আধাফুটাকৈ সংস্কৃত খণ্ডবাক্য কিছুমান আওৰাইছিল । যেনে,— "অয়ং ছাগঃ" কবলৈ কলে "অঅং থাগঃ", "ইদং পুস্তকম্" কবলৈ দিলত "ইলং পুতকম্, "অয়ং নদঃ" বুলিবলৈ কলে "অঅং নলঃ" এনেকুৱাকৈ মাতিছিল । উক্ত বৰদলৈ ডাঙৰীয়াৰ আগত দেৱে কেতিয়াবা সৰস্বতীৰ হতুৱাই শ্লোকো আবৃত্তি কৰাইছিল । এইবোৰ কথা আনুমানিক ১৮৮৬ খৃষ্টাব্দৰ ।

৺ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই ১৮৮২ খৃষ্টাব্দৰ পৰা ১৮৮৫ খৃষ্টাব্দলৈ দেউক উত্তৰগুৱাহাটীত থকা দেখিছিল ; আৰু তেখেতে কোৱামতে দেউ তাত পাঁচ-বছৰমান আছিল । এবাৰ বৰদলৈ ডাঙৰীয়াই কলিকতাৰ পৰা আহি মোমায়েকৰ ঘৰলৈ যোৱাত, ব্ৰহ্মপুত্ৰ পাৰ হবৰ সময়ত একেখন-নাৱতে বৰদলৈৰ মোমায়েক আৰু ৺ধীৰেশ্বৰাচাৰ্য্যদেৱো আছিল ।

নাৱখনত বৰদলৈৰে সৈতে দেউৰ আলাপ-প্ৰসঙ্গত, দেৱে বৰদলৈক সুধিলে যে,— বাপা কোৱাচোন্ ? মতা গুৱনি নে মাইকী গুৱনী ? বৰদলৈয়ে ততালিকে কলে যে,— দেউ মাইকী গুৱনী । তেওঁৰ উত্তৰ শুনি দেৱে কলে,—নহয় বাপা, মাইকীতকৈ মতা বেছি গুৱনি । চোৱাচোন্ বাৰু বলধতকৈ গাই গৰু বেছি গুৱনী নে ? ম'ৰা চৰাইৰ ভিতৰত, মতাটোতকৈ মাইকী-জনী বেছি গুৱনী নে ? কেতিয়াও নহয় । এনেকুৱা কথা শুনি বৰদলৈৰ মোমায়েকে লাহেকৈ মাত লগাই দেউক কলে, দেউ, তাৰ লগতনো আপুনি এইবোৰ কি কথা পাতিলে । যি হওক আকৌ ১৮৯০ খৃষ্টাব্দত বৰদলৈ ডাঙৰীয়া উত্তৰ-গুৱাহাটীলৈ যোৱাত ৺ধীৰেশ্বৰাচাৰ্য্য তাত নাছিল ।

---

হেলেচা নিবাসী উমানন্দ দেৱালয়ৰ ভূতপূৰ্ব্ব দলৈ ৺পুষ্পচন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰা শুনা কথা,—

৺পুষ্পচন্দ্ৰ ভট্টাচাৰ্য্যে কুৰি-একৈশ বছৰমান বয়সত, উত্তৰ-গুৱাহাটীত নিজাকৈ বাঁহা সাজি, দেউৰ ওচৰত ডেৰ-বছৰমান ৰঘুবংশ, কুমাৰসম্ভৱ, শকুন্তলা, উত্তৰৰাম চৰিত আৰু নলোদয় প্ৰভৃতি পঢ়িছিল । তেওঁ পঢ়াসময়ত দেউ উত্তৰগুৱাহাটীত অকলশৰীয়াকৈ আছিল । উক্ত দলৈ মহাশয়ে কৈছিল যে, দেৱে প্ৰথমতে আউনীআটী সত্ৰ আৰু দক্ষিণপাট-সত্ৰত অধ্যাপনা কৰিছিল । তাৰ পাচে উত্তৰ-গুৱাহাটীত আছিল ।



গুৱাহাটীৰ লোকেলবৰ্ডৰ পৰা দেৱে মাহে ত্ৰিশ টকাকৈ পাইছিল । এবাৰ বোৰ্ডৰ তৰফৰ পৰা গুৱাহাটীৰ নৰ্ম্মাল স্কুলৰ পণ্ডিত ৺নাৰায়ণ চন্দ্ৰ বিদ্যাভূষণ মহাশয়ে উত্তৰ-গুৱাহাটীলৈ গৈ, দেউৰ ছাত্ৰ ৺পুষ্প চন্দ্ৰ আৰু মধুনাথ প্ৰভৃতিৰ পৰীক্ষা লৈছিল । সেই বাচনিক পৰীক্ষাত, ৺পুষ্প চন্দ্ৰ ভট্টাচাৰ্য্যে পাছ কৰাৰ বাবে বোৰ্ডৰ পৰা পুথি পুৰস্কাৰ পাইছিল ।

দেৱে কোচবিহাৰত ৺সিদ্ধনাথ বিদ্যাবাগীশ মহাশয়ৰ পৰা "কবিৰত্ন" উপাধি পাইছিল বুলি উক্ত দলৈজনে কৈছিল ।

৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য দলৈয়ে কৈছিল যে,— "ছাত্ৰ অভাৱত উত্তৰ-গুৱাহাটীৰ টোলখন ভগাত, দেউৰ নাম শুনি নগাঁৱৰ পৰা ৰায় বাহাদুৰ ৺গুণাভিৰাম বৰুৱা, নন্দেশ্বৰ ফুকন আৰু ভদ্ৰকান্ত দাৰোগা প্ৰভৃতিয়ে দেউলৈ চিঠি লিখি নগাঁৱলৈ নিয়াইছিল।" *

---

কুলবিলসত্ৰৰ ৺পদ্মকান্ত গোস্বামী কৱিৰাজৰ পৰা শুনা কথা,— দেউ যেতিয়া উত্তৰ-গুৱাহাটীত থাকি অধ্যাপনা কৰিছিল, তেতিয়া উক্ত কৱিৰাজ মহাশয়ো উত্তৰ-গুৱাহাটীত আছিল। তেতিয়া উত্তৰ-গুৱাহাটীৰ ৺ৰত্নেশ্বৰ গোস্বামীৰ ঘৰত সংস্কৃত টোল আছিল। দেৱে গুৱাহাটীৰ লোকেলবোৰ্ডৰ পৰা মাহে ত্ৰিশ টকা পাইছিল। মাজে-সময়ে কৱিৰাজ মহাশয়ৰে সৈতে দেউৰ আলাপ হৈছিল। এদিন দেৱে কৱিৰাজ মহাশয়ক "ৰৰজোৰা লক্ষ্মীবিলাস"ৰ ল... ৰচি দিছিল। যথা,—

"উক্ত লক্ষ্মীবিলাসস্থ নাৰদেণ মহাত্মনা।
(১) ৰসস্থানে ৰসসিন্দূৰং (১) চন্দ্ৰসংজ্ঞেস্তু ৰৌপ্যকম্ ॥
ধুস্তূৰে 'স্বৰ্ণদেৱং ৰৰলক্ষ্মীবিলাসকঃ স্মৃতঃ ॥

(১) পাৰা (২) কৰ্পূৰ।

---

# ৫। নগাঁৱত অধ্যাপনা।

উত্তৰ-গুৱাহাটীৰ টোলখন ছাত্ৰৰ অভাৱত ভগাত, দেউ-নগাঁৱলৈ যায়। তেতিয়া তাত নগাঁৱৰ ৰেভিনিউ চিৰস্তাদাৰ ৺নন্দীনাথ বৰুৱা, ৺ৰমাকান্ত খাওন্দ কাননগু, ৺চিকৌৰাম মহাপেশ, জখলাবন্ধা সত্ৰৰ ৺শিৱদেৱ গোস্বামী প্ৰভৃতিৰ চেষ্টাৰে এখন সংস্কৃত-টোল স্থাপিত হয়। ৺নন্দী নাথ বৰুৱা আৰু ৰায় বাহাদুৰ ৺গুণাভিৰাম ৱৰুৱা টোলখনৰ সম্পাদক হৈছিল। দেউৰ বেতন হ'ল মাহে কুৰি টকা। তাৰ বাজেও কেতিয়াবা ভাগৱত আদি পাঠ কৰি কিছু পাইছিল।

তেতিয়া জখলাবন্ধা সত্ৰৰ জয়কৃষ্ণ গোস্বামী, কুকুৰাবাহী সত্ৰৰ অধ্যাপক অম্বুৰাম শৰ্ম্মা, কুকুৰাবাহীৰ ডেকাজনা গোস্বামী হৰিমিশ্ৰ, ৰঘুনাথ গোস্বামী, চাৰুচন্দ্ৰ গোস্বামী, নগাঁৱৰ ভেৰ্-ভেৰীৰ হলধৰ গোস্বামী প্ৰভৃতি ছাত্ৰবৰ্গ টোলখনত ভৰ্ত্তি হৈছিল। শেহত ছাত্ৰ সংখ্যা কুৰি-পঁচিশজনমান হৈছিল। টোলখন দুই-তিনি বছৰমান চলি থকাৰ পাচত, ইংৰাজী-শিক্ষাৰ প্ৰভাৱত, এটি এটিকৈ ছাত্ৰ অদৃশ্য হলত টোলখন ভাগিল।

যি হওক ইফালে নগাওঁ গভৰ্ণমেণ্ট হাইস্কুলৰ হেড্‌পণ্ডিত পদ্মহাঁস গোস্বামীৰ মৃত্যু হল। আনফালে সংস্কৃত-টোলখন ভগাত, দেৱেও ধৈৰ্য্য ধৰি আছিল। তাৰ পাচত দেৱে

দৈৱবশতঃ হাইস্কুলৰ হেড্পণ্ডিতৰ কামটো পালে। দৰমহা মাহে ত্রিশ টকা।

তেতিয়া হাইস্কুলত ৺হাৰাণ চন্দ্র গুপ্ত মহাশয় প্রধান-শিক্ষক আছিল। দেৱে মুঠতে ছমাহমান কাম কৰিলে। কাৰণ যথাসময়ত স্কুললৈ যোৱাত মাজে-সময়ে তেওঁৰ পলম্ হৈছিল। সেইবাবে প্রধান-শিক্ষকে বেজাৰ পোৱাত, দেৱে ভবিষ্যতৰ কথা নেভাবি কামটো ইস্তফা দিলে।

দেৱে নগাৱঁত থকাত, প্রথমতে ৰঘুবংশাদি কাব্যৰ টীকা-বোৰ ভাল মতে বুজিব নোৱাৰিছিল। তাৰ কাৰণ টীকা-বোৰত পাণিনীয়-ব্যাকৰণৰ সূত্র আছে। তাৰ পিচত এদিন ৰাতি বিষণ্ণ-মনেৰে শুই থাকোঁতে এটি সমাজিক দেখিলে।

"সপোনটো এনেকুৱা,—তেওঁ এখন অচিনাকি ঠাইলৈ গৈ, এটি মনোমোহা বিতোপন প্রাসাদ দেখা পালে। তাৰ পিচত প্রাসাদটোত সোমাবলৈ যাওঁতে দুৱাৰমুখত এজন বগা, ওখ, হাতত দণ্ড থকা, দিব্যপুৰুষৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। তেওঁক দেখি দেউ বিমোৰত পৰিলত, সেই তেজস্বী পুৰুষজনে তেওঁৰ হাতত থকা দণ্ডেৰে দেউৰ ব্রহ্মৰন্ধ্রৰ কাষত কোব মাৰি "কিয় নুবুজা বুজ" এই আষাৰ কথা কৈ, দেউক আন এটি খোঁটালীলৈ যাবলৈ ইঙ্গিত কৰাত, দেৱে গৈ দেখিলে যে—সেই খোটালীটোত কিছুমান লিখি থোৱা পাত পৰি আছে। দেৱে সেই পাতবোৰ ততাতৈয়াকৈ চাই জানিলে



যে সেইবোৰ পাণিনীয়-ব্যাকৰণৰ পাত। তেওঁ পঢ়ি বুজিবলৈ চেষ্টা কৰিলত সাৰ পালে।

সেই ঘটনাৰ কিছুমান দিনৰ পিচত দেৱে অনুসন্ধান লৈ পাণিনীয় সিদ্ধান্ত-কৌমুদী ব্যাকৰণ বোম্বাইৰ পৰা অনাই, নিজে যত্ন কৰি পঢ়িবলৈ ধৰিলে ; আৰু সেই সপোনটো দেখাৰ পিচৰ পৰা তেওঁ কাব্যশাস্ত্রৰ টীকা বুজিব পৰা হ'ল। তেতিয়াৰ পৰাই ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে একান্তমনে পাণিনীয়-ব্যাকৰণৰ চৰ্চ্চাত আসক্ত হৈছিল। দেৱে ৺কামাখ্যাধামৰ সংস্কৃত-টোলত থকাত, মৃত্যু কোব-মৰা চিন্ এটা কেবাজনকো দেখুৱাইছিল। দেউৰ উক্ত সপোনৰ কথাবোৰ শুনি কিছুমান মানুহে উপলজ্ঘাও কৰিছিল।

দেউৰ উক্ত সমাজিক-প্রসঙ্গত এটি ঘটনাৰ নিগূঢ় সম্বন্ধ আছে। কথাটো তলত লিখা হ'ল,—দেৱে ছাত্রাৱস্থাত কোচবিহাৰত থকা সময়ৰ পৰা বিদ্যা আৰু কৰিত্ব লাভৰ নিমিত্তে দৈনিক পাৰ্থিৱ-শিৱপূজা কৰিছিল। তেখেতে সমা-জিকত দেখা পুৰুষজন স্বয়ং বিদ্যা আৰু জ্ঞানদাতা ভক্তৰ ভগবান্ আশুতোষ। শাস্ত্রত উক্ত আছে যে, "বিদ্যাৰ্থী গিৰীশং ভজেৎ।" অৰ্থাৎ ছাত্রে শিৱৰ আৰাধনা কৰিব।*

কিন্তু আজিকালি বৈজ্ঞানিক-যুগৰ নব্যশিক্ষিত বহু বিদ্বান্ লোকে, এইবোৰ সনাতন-পন্থীয়া ব্রাহ্মণ-পণ্ডিতৰ "গাজাখুৰী" কথা বুলি ইতিকিং কৰে।

*—সুপ্রসিদ্ধ পাণিনিমুনিই দেৱাদিদেৱ মহাদেৱৰ উপাসনা কৰি অসাধাৰণ বৈয়াকৰণ হৈছিল।

যেতিয়া নগাৱঁত কলাজ্বৰৰূপী বিকট ৰাক্ষসে বহুত গাঁও জনশূন্য কৰিছিল, ঠিক সেই সময়ৰ কিছুদিন আগতে তেওঁ নগাৱঁত আছিল। এদিন ৰাতি তেওঁ এটি সপোন দেখিছিল যে,—"এটি ভীষণ কলাবৰণীয়া ৰাক্ষসমূৰ্ত্তিয়ে তাৰ দেশগ্ৰাসী কৰালবদনখন মেলি, দেশখন গিলিবলৈ উপক্ৰম কৰিবলৈ ধৰিছে।" দেৱে সেই সমাজিকটো দেখি দুশ্চিন্তাত বিমোৰ হৈছিল। বাস্তৱতে সপোনটো দেখাৰ কেইমাহমান পিচৰ পৰা কলাজ্বৰে কালমূৰ্ত্তি ধৰি, নগাওঁ জিলাৰ এমূৰৰ পৰা আনমূৰলৈ বহুগাওঁ জনশূন্য কৰি, বনৰীয়া হিংস্ৰ জন্তুবোৰৰ বাবে বাহ্ সাজিছিল।

৺ধীবেশ্বৰাচাৰ্য্যদেৱ নগাৱঁত থকা সময়ত, মহাৰাষ্ট্ৰদেশৰ বিখ্যাতা বিদুষী ৰমাবাই তেওঁৰ জ্যেষ্ঠ সহোদৰ পণ্ডিতবৰ শ্ৰীনিবাস শাস্ত্ৰীৰে সৈতে দেশভ্ৰমণ-উপলক্ষে গুৱাহাটীলৈ আহিছিল।

ৰমাবাইৰ শ্ৰীমদ্ভাগৱত পুৰাণখন সম্পূৰ্ণ কণ্ঠস্থ আছিল; আৰু অতি-সুৱলাকৈ ব্যাখ্যা কৰিব পাৰিছিল। তেওঁ সংস্কৃত-সমস্যা-পূৰণ-বিষয়তো নিপুণা আছিল বুলি শুনিছোঁ। গুৱাহাটীৰ সনাতন-ধৰ্ম্মসভাৰ কাষত শ্ৰীযুত মাধৱচন্দ্ৰ গোস্বামী মুক্তিয়াৰৰ যিটো বাহ্ আছে, সেই ঠাইডোখৰত তাৰ আগতে ভূতপূৰ্ব্ব একষ্ট্ৰা-এছিষ্টেণ্ট কমিশ্যনাৰ ৺মাধৱ চন্দ্ৰ বৰদলৈৰ অস্থায়ী বাহ্ আছিল। সেই বাহত প্ৰায় এমাহমান অগ্ৰজেৰে সৈতে ৰমাবাই আছিল। তাৰ পিচত এদিন গুৱাহাটীৰ



বঙলুৱা-ছাত্ৰবৃত্তি স্কুলত ৰমাবাইক সম্বৰ্দ্ধনা কৰিবলৈ এখন ডাঙৰ সভা বহিছিল।

ৰমাবাই গুৱাহাটীলৈ অহা সম্পৰ্কে, মই এদিন গুৱাহাটীৰ ৰায়বাহাদুৰ ৺কালীচৰণ সেন উকিল মহাশয়ক সোধাত তেওঁ কলে যে,—যেতিয়া ৰমাবাই গুৱাহাটীলৈ আহিছিল, তেতিয়া তেওঁ হাইস্কুলৰ ছাত্ৰ। সেই সময়ত দেউৰে সৈতে তেওঁৰ কোনো সংশ্ৰৱ নাছিল। গুৱাহাটীৰ বঙলুৱা-ছাত্ৰবৃত্তি স্কুলত সভা হোৱাৰ কথাটো মাথোন তেওঁৰ মনত আছে। কিন্তু দেউৰে সৈতে ৰমাবাইৰ সমস্যা-পূৰণ; আৰু দেউক "কৱিৰত্ন" উপাধি দিয়া সম্বন্ধে উকিল মহাশয়ে একো নাজানে বুলি মোক কৈছিল।

গুৱাহাটীলৈ ৰমাবাই অহা সম্পৰ্কে মই আনৰ পৰা এই-দৰে শুনিছোঁ যে,—"ৰমাবাই গুৱাহাটীলৈ অহা সময়ত ৺ধীবেশ্বৰাচাৰ্য্যদেৱ নগাৱঁত। সেইসময়ত গুৱাহাটীৰ নৰ্ম্মাল-স্কুলত ৺নাৰায়ণ চন্দ্ৰ বিদ্যাভূষণ দেউৰ প্ৰায় সমকক্ষ আছিল।

সভাত ৰমাবায়ে ৺নাৰায়ণ চন্দ্ৰৰ পাণ্ডিত্য আদিৰ পৰিচয় পাই তেওঁক "বিদ্যাভূষণ" উপাধি দিছিল। যি হওক উক্ত কথাবোৰ অনুসন্ধিৎসু পাঠক-পাঠিকা বিলাকৰ বিচাৰ সাপেক্ষ। কাৰণ যি সকল সদাশয় লোকৰ পৰা দেউৰ জীৱনীৰ সঁজুলি সংগৃহীত হৈছে, তেওঁলোকৰ পৰা শুনা কথাবোৰৰ প্ৰায় সামঞ্জস্য নাই।

পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই কৈছিল যে,—“নগাৱঁত দেউৰে সৈতে ৰমাবাইৰ সমস্যা-পূৰণ দিয়াদিয়ি হৈছিল। ৰমাবায়ে দেউক “কৱিৰত্ন” উপাধি দিয়াৰ কথা কব নোৱাৰে। * (ক)

যি হওক গুৱাহাটীত ৰমাবাইৰ পাণ্ডিত্য আৰু কৱিত্বাদিৰ প্ৰকাশ হোৱাত, ৰায়বাহাদুৰ ৺গুণাভিৰাম বৰুৱা আৰু জখলাবন্ধা সত্ৰৰ পণ্ডিত ৺পদ্মহাঁস গোস্বামী প্ৰভৃতিয়ে ৰমাবাইক নিমন্ত্ৰণ কৰি নগাৱঁলৈ নিয়াই তুমাহমান ৰাখিছিল; আৰু সভা পাতি ভাগৱত ব্যাখ্যাৰ দিহাও কৰাইছিল।

দেউৰ ছাত্ৰ জখলাবন্ধা সত্ৰৰ ৺জয়কৃষ্ণ গোস্বামীই কৈছিল যে,—“৺ধীবেশ্বৰাচাৰ্য্যদেৱে নগাৱঁৰ ৰাজহুৱা সংস্কৃত টোলখনৰ অধ্যাপক হৈ থকাৰ সময়ত, পণ্ডিতা ৰমাবাইৰে সৈতে সংস্কৃত সমস্যা-পূৰণ দিয়াদিয়ি হৈছিল। কোনোবাদিন দেৱে জয়লাভ কৰে, কোনোবাদিন বা ৰমাবাইৰ জয় হয়। সমস্যাৰ শ্লোকবোৰ পালে পাঠক-মণ্ডলীৰ হৰ্ষ হলহেঁতেন। কিন্তু সেইবোৰ কালৰ গৰ্ভত লীন। কেৱল মাথোন তুই পংক্তি মোৰ মনত আছে। (খ) সেই সময়ত নগাৱঁত দীনবন্ধু তৰ্কালঙ্কাৰ আছিল। বোধ কৰোঁ তেৱেঁ সমস্যা-পূৰণ-বিষয়ত মধ্যস্থ হৈছিল।

যি হওক পণ্ডিতা ৰমাবাই নগাৱঁৰ পৰা যাবলৈ খোজাত, স্থানীয় ভদ্ৰলোকসকলে বৰঙনি আদায় কৰি প্ৰায় তিনি শ মান টকা দিছিল। তাৰ পাচত ৰমাবাই নগাৱঁৰ পৰা তেজপুৰলৈ গৈ শ্ৰীহট্টলৈ গৈছিল। ৰমাবাইৰ ডাঙৰ ভায়েক শ্ৰীনিবাস শাস্ত্ৰীই নগাৱঁত হিন্দী ভাষাৰে এটি বক্তৃতা দিছিল; আৰু হাইস্কুলত ৰমাবাইৰে সৈতে দেৱে সমস্যা-পূৰণত প্ৰবৃত্ত হৈছিল।

পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ পৰা শুনিছিলোঁ যে,—“যি সময়ত দেউ নগাওঁ-হাইস্কুলৰ পণ্ডিত আছিল, সেই সময়ত ৰায় বাহাদুৰ ৺গুণাভিৰাম বৰুৱা জিলাৰ ছোট চাহাব

* (ক) অসম মাতৃৰ সুযোগ্য সন্তান ৺আনন্দ ৰাম ঢেঁকীয়াল ফুকনৰ কন্যা পদ্মাৱতীৰ পৰা শুনা কথা,—

“নগাৱঁৰ জখলাবন্ধা সত্ৰৰ ৺পদ্মহাঁস গোস্বামী আৰু ৰায় বাহাদুৰ ৺গুণাভিৰাম বৰুৱা প্ৰভৃতি ভদ্ৰলোকে গুৱাহাটীৰ পৰা ৰমাবাইক নগাৱঁলৈ নিয়াইছিল। ৺পদ্মহাঁস গোস্বামীই ৰমাবাইক আগবঢ়াই নিবলৈ ৰহালৈ আহিছিল।



ৰমাবায়ে নগাৱঁত পোন্ধৰ দিনমান থাকি ভাগৱত ব্যাখ্যা কৰিছিল। তেওঁ এদিন স্থকীয়াকৈ ৰমাবাইক নিমন্ত্ৰণ কৰিলত, ৰমাবায়ে তেওঁৰ বাহ্‌লৈ গৈ ভালেমান ভদ্ৰমহিলাৰ সম্মুখত মুখে মুখে “ধ্ৰুব চৰিত্ৰ” ব্যাখ্যা কৰিছিল; আৰু স্ত্ৰীধৰ্ম্ম কি, তাকো ভালকৈ কৈছিল। এদিন ৰায় বাহাদুৰ ৺গুণাভিৰাম বৰুৱা ডাঙৰীয়ায়ো ৰমাবাইক নিমন্ত্ৰণ কৰি ভাগৱত পাঠ কৰাইছিল। ৺ধীবেশ্বৰাচাৰ্য্য দেৱে কোচবিহাৰত “কৱিৰত্ন” উপাধি লাভ কৰাৰ কথাটো এদিন ৺পদ্মহাঁস গোস্বামী মহাশয়ে পদ্মাৱতী দেৱীৰ আগত কৈছিল।”

* (খ) (১) “গগনে শিৱাৰবঃ।”
(২) “পিপীলিকা নৃত্যতি বহ্নিকুণ্ডে।”

আছিল। বৰুৱা ডাঙৰীয়া অতি অমায়িক আৰু আমোদপ্ৰিয় লোক আছিল। গধূলি তেখেতৰ চ'ৰাঘৰত প্ৰায়ে কেইজনমান ভদ্ৰলোকৰ এখন নিগাজী মেল বহিছিল। সেই মেলখনৰ মেলুৱাই আছিল ৺ধীৰেশ্বৰাচাৰ্য্য, জখলাবন্ধা সত্ৰৰ ৺ৰঘুদেৱ গোস্বামী, বৰপেটাৰ ৺পীতৰাম উকিল প্ৰভৃতি।

এদিন বৰুৱা ডাঙৰীয়াই দেউক কলে যে,—দেউ! ৰঘুদেৱ গোস্বামী আহিবলৈ ধৰিছে, আপুনি মই কোৱা মতে এটি শ্লোক ৰচনা কৰি দিয়ক যে, "হে গোস্বামী মহাশয়! আপুনি ইয়ালৈ নাহিব, আপোনাক অহা দেখিলে মোৰ বৃষভটো পলাই পত্ৰং দিব!" ইয়াকে শুনি প্ৰত্যুৎপন্নমতি কৱিৰত্নদেৱে ততালিকে অনুষ্টুপ্ ছন্দেৰে এটি ব্যঙ্গ্য শ্লোক ৰচি বৰুৱা ডাঙৰীয়াক দিলত, বৰুৱা ডাঙৰীয়াই ধেমালিৰ ছলেৰে সেই শ্লোকটো পঢ়ি, আগন্তুক ৺ৰঘুদেৱ গোস্বামীক শুনোৱাত, হাঁহিৰ খলকনিত তাত থকা ভদ্ৰলোক কেইজনৰ পেটৰ নাড়ী বোৰ ছিগিবলগীয়া হৈছিল।

ইংৰাজী ১৯০৫ খৃষ্টাব্দত, গুৱাহাটীৰ ৺কৃষ্ণচন্দ্ৰ চৌধাৰী ডাঙৰীয়া ৰাজকাৰ্য্যোপলক্ষে নগাঁৱত আছিল। তাৰ পাচত দেৱে এবাৰ নগাঁৱলৈ * যাওঁতে বাটতে জ্বৰ হোৱাৰ বাবে ৺চন্দ্ৰহাঁস গোস্বামীৰ ঘৰত আছিল।

* দেৱে নগাঁৱৰ ভেৰ্‌ভেৰীৰ "হৰিমিশ্ৰ সত্ৰ"ৰ নামঘৰত থাকি, গোঁসাই সকলৰ ল'ৰাবিলাকক কেবাগাহমান পঢ়াইছিল। তাৰ পাচত তাত সুবিধা নোহোৱাৰ কাৰণে কলিয়াবৰলৈ গৈছিল।



এদিন উক্ত চৌধাৰী ডাঙৰীয়া ৺চন্দ্ৰহাঁস গোস্বামীৰ ঘৰলৈ যোৱাত, দেউক জ্বৰ-পীড়িত দেখি, তেখেতৰ নিজৰ ঘোঁৰাৰ গাড়ীৰে বাহ্‌লৈ আনি চৌধাৰী ডাঙৰীয়াই কৱিৰাজী ঔষধ খাবলৈ দিলে; তাৰ পাচত লাহে লাহে দেৱে আৰোগ্য লাভ কৰিলে।

দেউৰ গা ভাল হোৱাৰ কিছুমান দিনৰ পাচত, এদিন নগাঁৱৰ ৺বিমলাকান্ত নাজীৰ ডাঙৰীয়াই দেউক ভাগৱত-পাঠ কৰিবলৈ নিমন্ত্ৰণ কৰিলত বহু ভদ্ৰলোক শ্ৰোতা হৈছিল। দেৱে অতি সুৰলাকৈ ভাগৱত ব্যাখ্যা কৰি, প্ৰশ্ন কৰোঁতা বিলাকৰ সংশয় ছেদ কৰিছিল। পাঠ কৰাৰ বাবে শ্ৰোতৃ-মণ্ডলীৰ পৰা দেৱে প্ৰায় পঞ্চাশ টকা মান পাইছিল।

তাৰ পিচ দিনা ৺কৃষ্ণচন্দ্ৰ চৌধাৰী ডাঙৰীয়াই দেউক কলে যে, "দেউ! আপুনি যোৱা কালি ভাগৱতৰ যি বিলাক ব্যাখ্যা কৰিলে, সেই বিলাকৰ সাৰ সঙ্কলন কৰি, আমি বুজিবলৈ পৰাকৈ কেইটিমান শ্লোক ৰচনা কৰি নিদিয়ে কিয়?" সেই কথা শুনি দেৱে প্ৰায় এঘণ্টাৰ ভিতৰত উক্ত চৌধাৰী ডাঙৰীয়াক কেইটি-মান শ্লোক ৰচনা কৰি দিছিল। শ্লোক কেইটা পোৱা নগল।

তাতো সুবিধা কৰিবলৈ নোৱাৰি আকৌ নগাঁও চহৰলৈ উলটি আহে। জখলাবন্ধা সত্ৰৰ অধিকাৰ ৺জগৎ চন্দ্ৰ গোস্বামীই "হৰিমিশ্ৰ সত্ৰত" দেউৰ ওচৰত পঢ়িছিল। তেওঁ ৺ধীৰেশ্বৰাচাৰ্য্যৰ প্ৰিয় আৰু প্ৰধান ছাত্ৰ আছিল। তাৰ পাচত দেৱে নগাঁৱৰ ৰাজহুৱা ৺দুৰ্গাপূজা-মণ্ডপত টোল পাতিছিল।

## ৬। আউনীআটী আৰু দক্ষিণপাট সত্ৰত অধ্যাপনা ।

৺ধীবেশ্বৰাচাৰ্য্য কৱিৰত্ন দেৱে নগাৱঁৰ গভৰ্ণমেণ্ট হাইস্কুলৰ হেড্-পণ্ডিতৰ কামটো এৰি দিয়াৰ কিছুমান দিনৰ পিচত, ভূতপূৰ্ব্ব স্বধৰ্ম্মনিষ্ঠ আউনীআটী-সত্ৰাধিকাৰ পণ্ডিত ৺দত্তদেৱ গোস্বামী মহাশয়ে ৺ধীবেশ্বৰাচাৰ্য্য-দেৱৰ প্ৰতিভা আৰু কৱিত্বাদিৰ সুখ্যাতি শুনি আউনীআটীসত্ৰলৈ নিয়াই, এখন সংস্কৃত-বিদ্যালয় স্থাপন কৰি তেওঁক অধ্যাপক নিযুক্ত কৰিছিল। উক্ত সত্ৰাধিকাৰ গোস্বামী মহাশয়ে কিছুমান দেৱতাৰ স্তৱ, ৰাসলীলা, বৃত্ৰাসুৰবধ আদি ৰচনা কৰিছিল। তেখেতে "আসাম-বিলাসিনী" নামেৰে এখন সাদিনীয়া বাতৰি-কাকতো উলিয়াইছিল।

সেই "আসাম-বিলাসিনী" কাকতৰ মোহৰত থকা সুললিত শ্লোক ছুটা পূজ্যপাদ কৱিৰত্নদেৱৰ ভাব-ফুলনিত প্ৰস্ফুটিত হোৱা কেতেকী-কুসুম। সেই শ্লোক ছুটাৰ প্ৰতিধ্বনিয়ে বোধ-কৰোঁ আজিলৈকে "আসাম-বিলাসিনী"ৰ পাঠকমণ্ডলীৰ কৰ্ণ-কুহৰত মূৰ্চ্ছনা দি আছে। আজি "আসাম-বিলাসিনী" নাই। নাই আমাৰ অসমৰ সংস্কৃত-সাহিত্যাকাশৰ সমুজ্জ্বল নক্ষত্ৰ যুগল। কিন্তু আছে তেওঁলোকৰ যুগমীয়া কীৰ্ত্তি। সেই ছুজন অমৰাত্মাৰ কীৰ্ত্তিই অসমত আকৌ তেনেকুৱা



নানা-সদ্-গুণান্বিত সজ্জনৰ জন্ম দিব নোৱাৰিব নে? ধন্য ধন্য অসম-মাতৃ! আপুনি ধৰ্ম্মধ্বংসী এই কলিকালতো সময়ে সময়ে ছুই চাৰিজন সুসন্তান জন্ম দি, দেশ-মাতৃকাৰ অকৃত্ৰিম চেনেহৰ চিনাকিৰে গৌৰৱমণ্ডিতা হৈছে।

আউনীআটী-সত্ৰাধিকাৰ গোস্বামীৰ সংস্থাপিত সংস্কৃত-বিদ্যালয়ত কেবাজনো ছাত্ৰ ভৰ্ত্তি হৈছিল। সেই সময়ত ৺কমলদেৱ গোস্বামীও দেউৰ ছাত্ৰ আছিল। দেৱে যথানিয়মত টোলত ছাত্ৰ পঢ়াই থকাত, এদিনাখন ৺দত্তদেৱ গোস্বামী মহাশয়ে দেউক কলে যে,—"মহাকৱি কালিদাসৰ শ্ৰুতবোধ ছন্দোগ্ৰন্থৰ দৰে এটা শ্লোকতে ছন্দৰ লক্ষণ আৰু উদাহৰণ দি, এখন ছন্দোগ্ৰন্থ ৰচিবলৈ নোৱাৰিব নে?" তেখেতৰ অনুপ্ৰেৰণা-মূলক তেনেকুৱা কথা শুনি, দেৱে অলপ সময় চিন্তা কৰি গম্ভীৰ-ভাৱে উত্তৰ দিলে যে,—ভগৱন্তৰ দয়াদৃষ্টি হলে ৰচনা কৰাটো বোধ কৰোঁ টান নহব। তাৰ পিচৰ পৰাই দেৱে অতিশয় মানসিক-পৰিশ্ৰমেৰে শ্ৰুতবোধৰ ধৰণে "বৃত্তমঞ্জৰী" নামেৰে এখন সংস্কৃত-ছন্দোগ্ৰন্থ ৰচনা কৰি ১৮৮২ খৃষ্টাব্দত, কলিকতাৰ "সংস্কৃত-যন্ত্ৰত" ছপাইছিল। পুথিখনত আঠোটা স্তৱক আছিল। দেউৰ সংস্কৃত-সাহিত্য-ৰচনা বিষয়ত প্ৰয়োজক কৰ্ত্তা আছিল মাননীয় ৺দত্তদেৱ গোস্বামী।

জগতত সময়ে-সময়ে ৺দত্তদেৱ গোস্বামীৰ নিচিনা বিদ্যানুৰাগী, গুণগ্ৰাহী, উদগণি দিওঁতা, পৃষ্ঠপোষক, সাধুপুৰুষৰ জন্ম হৈ থাকে বুলিয়েই, সাহিত্য-সেৱক-সজ্জ্ব সাহিত্যৰূপ মৌ-চাকৰ

মৌ পান কৰি আত্মানন্দ উপভোগ কৰে। কিন্তু অৰ্থগৃধ্নু, স্বাৰ্থান্ধলোকবিলাকে সাহিত্য-সুধাৰ সোৱাদ, বিষয়-বিষ সেবি থকা নীচ-মনেৰে কেতিয়াও উপলব্ধি কৰিব নোৱাৰে। সদায় খাৰ খাই থকা জিভাই ঘিঁউৰ সোৱাদ কেনেকৈ বুজিব ?

উক্ত সত্ৰাধিকাৰ গোস্বামীৰ উদগণি নেথাকিলে "বৃত্তমঞ্জৰী"ৰ নিচিনা এখন উৎকৃষ্ট ছন্দোগ্ৰন্থৰ জন্ম নহল হেঁতেন।

পণ্ডিতা ৰমাবাই গুৱাহাটীত থকাসময়ত, তদানীন্তন গুৱাহাটীৰ নৰ্ম্মাল-স্কুলৰ প্ৰধান-শিক্ষক বিপিনবিহাৰী সৰকাৰে গুপ্তভাবে ৰমাবাইৰ বাহলৈ সময়ে-সময়ে যাবলৈ ধৰিলত, উভয়ৰে প্ৰণয়ৰ সূচনা হল। কিছুদিনৰ পিচত সেই অবৈধ প্ৰেমৰ পৰিণামত, দুয়োৰে মিলনত এজনী ছোৱালীৰ উদ্ভৱ হৈছিল বুলি কেইজনমান ভদ্ৰলোকৰ পৰা শুনিছোঁ।

যৌৱন-কালত ভাগৱত-ৰসামৃত পান কৰা ভক্তিমতী বিদুষী ৰমাবাইৰ তেনেকুৱা সাতপুৰুষক নৰকলৈ নিয়া, দুৰপনেয় কলঙ্কৰ বাতৰিটো ঘুনুক্‌ঘানাক্‌কৈ দত্তদেৱ-গোস্বামীৰ কাণত পৰিলত, এদিন তেখেতে কৱিবত্ন-দেৱক পৰিহাসৰ ছলেৰে কলে যে,—দেউ! আপোনাৰ বাইদেউ পণ্ডিতা-ৰমাবাইৰ ৰহস্যকাহিনী শুনিছে নে? ৰমাবায়ে বোলে সাতামপুৰুষীয়া এটি কীৰ্ত্তি ৰাখিলে। গুৱাহাটীৰ নৰ্ম্মাল-স্কুলৰ প্ৰধান শিক্ষক বিপিনবিহাৰী সৰকাৰৰ ঔৰসত, ৰমাবায়ে বোলে এটি কন্যাৰত্ন জন্ম দিছে? "বলবান্ ইন্দ্ৰিয়গ্ৰামঃ বিদ্বাংসমপি কৰ্ষতি।"



অৰ্থাৎ,—বলশালী ইন্দ্ৰিয় সমূহে বিদ্বানকো আকৰ্ষণ কৰে। যি হওক আপুনি ৰমাবাইৰ ৰহস্যকাহিনী বৰ্ণনা কৰি দুটিমান শ্লোক ৰচনা কৰক, "আসাম বিলাসিনী"ত ছপোৱা হব।

দেৱে সেই কথা শুনি আচৰিত হৈ, ৰমাবাইৰ কাণ্ড বৰ্ণনা কৰি দুটি শ্লোক ৰচিছিল। সেই শ্লোক দুটি "আসাম বিলাসিনী" বাতৰি-কাকতত প্ৰকাশিত হৈছিল। শ্লোক দুটি অসম্পূৰ্ণভাবে পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰ পৰা শুনাৰ কাৰণে ইয়াত উদ্ধৃত কৰা নহল।

উত্তৰ-গুৱাহাটীত স্থাপিত আউনীআটীয়-সত্ৰ-বাঁহৰত থকা ভূতপূৰ্ব্ব ৰাজমেধি জনে কৈছিল যে,—৺ধীৰেশ্বৰাচাৰ্য্য দেউ আউনীআটী-সত্ৰত দুবছৰমান আছিল। কিন্তু গুৱাহাটীৰ ৺হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই কৈছিল যে,—৺ধীৰেশ্বৰাচাৰ্য্য আউনীআটী আৰু দক্ষিণপাটসত্ৰত কেবাবছৰো আছিল।

৺ধীৰেশ্বৰাচাৰ্য্য দেৱৰ সাপিণ্ড্য-জ্ঞাতি ৺নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য্য দলৈৰ পৰা শুনিছিলোঁ যে,—"ৰমাবাইৰে সৈতে দেউৰ সংস্কৃত-সমস্যা-পূৰণ দিয়াদিয়িৰ বিষয়ে, অসমৰ চাৰিওফালে প্ৰচাৰিত হোৱাত, আউনীআটী-সত্ৰাধিকাৰ ৺দত্তদেৱ গোস্বামী মহাশয়ে দেউৰ পাণ্ডিত্য আৰু কৱিত্ব-শক্তিৰ কথা শুনি, নগাওঁৰ পৰা আউনীআটীলৈ নিয়াই, তাত সেই সময়ৰ ডেকাজনা অধিকাৰ ৺কমলদেৱ গোস্বামীৰ অধ্যাপক নিযুক্ত কৰি দিছিল। তেওঁ সময়ে-সময়ে গোঁসাই, ভকত আৰু ৰাইজৰ আগত ভাগৱতো ব্যাখ্যা কৰিছিল।

এদিন দেৱে সত্ৰত ভাগৱত-ব্যাখ্যা কৰি থকাত, এটা শ্লোকৰ অৰ্থ ভালমতে বুজিবলৈ নোৱাৰি, বৰ দুখ-মনেৰে ভাবি ভাবি ৰাতি শুইছিল। তাৰ পিচত নিদ্ৰাদেৱীয়ে তেওঁক আশ্ৰয় কৰিলত, তেওঁ এটি সমাজিক দেখা পালে যে,—"এজন ব্ৰহ্মচাৰী আহি দেউৰ কপালত টিকিলি মাৰি কলে, তুমি নুবুজা শ্লোকটোৰ অৰ্থ এনেকুৱা"। সপোনটো দেখি তেওঁ সাৰ পালে। সেই ঘটনাটোৰ পিচদিনাৰ পৰা দেৱে দ্বাদশস্কন্ধ শ্ৰীমদ্ভাগৱতপুৰাণখন বিশুদ্ধকৈ ব্যাখ্যা কৰিবলৈ পৰা হল। এই ঘটনাটো বৰখলাৰ পণ্ডিত ৺ৰূপেশ্বৰ স্মৃতিৰত্ন মহাশয়ৰ পৰাও শুনিছোঁ। ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য দলৈয়ে আৰু কৈছিল যে,—"৺ধীৰেশ্বৰাচাৰ্য্য আউনীআটী আৰু দক্ষিণপাটসত্ৰত সাত-আঠ বছৰমান আছিল। তাত দেৱে প্ৰথম বছৰত ছাত্ৰবিলাকৰ বাবে "লীলা মঞ্জৰী" নামেৰে "অসমীয়া কাণখোৱা" পুথিৰ সংস্কৃত-শ্লোকেৰে অনুবাদ কৰে। পুথিখন কুৰি-চৌবিশ পিঠীয়ামান হৈছিল। তেতিয়া দেৱে "আসাম-বিলাসিনী" বাতৰি কাকতৰ প্ৰুফ্‌ সংশোধনো কৰিছিল। তাৰ পিচত তেওঁ নিজৰ ঘৰ নচলাৰ কাৰণে, আউনীআটী সত্ৰৰ পৰা ঘৰলৈ আহি, জ্যেষ্ঠেতি অগ্ৰজ ৺জয়দেৱ আচাৰ্য্য আৰু তেওঁ বেলেগ হয়। বেলেগ হৈ ঘৰৰ বেমেজালি গুচাই, দুবছৰমানৰ পিচত আকৌ উত্তৰ-গুৱাহাটীলৈ গৈ সংস্কৃত-টোল পাতি, ডেৰ-দুবছৰমান অধ্যাপনা কৰিছিল।

---

# ৭। ভৰলুমুখৰ ৺কালীৰাম বৰুৱাৰ টোলত আৰু শুক্ৰেশ্বৰত অধ্যাপনা।

এদিন গুৱাহাটীৰ ভৰলুমুখৰ ৺কালীৰাম বৰুৱা স্কুল-ছাব্‌-ইনছ্‌পেক্টৰ ডাঙৰীয়াই উত্তৰ-গুৱাহাটীৰ স্কুল পৰিদৰ্শন কৰিবলৈ যোৱাত, ৺ধীৰেশ্বৰাচাৰ্য্যদেৱেৰে সৈতে তেখেতৰ কিছু সময় আলাপ হৈছিল। সেই সময়ৰ আগৰে পৰা দেউৰ লগত বৰুৱা ডাঙৰীয়াৰ পৰিচয় আছিল। সেই সময়ত উত্তৰ-গুৱাহাটীৰ সংস্কৃত-টোলখন ছাত্ৰৰ অভাৱত মৃতকল্প হৈছিল। কথাপ্ৰসঙ্গত বৰুৱা ডাঙৰীয়াই দেউক উত্তৰ-গুৱাহাটীৰ পৰা তেখেতৰ টোললৈ আনিবলৈ ইচ্ছা প্ৰকাশ কৰিলত, দেৱে সেই কথাত মান্তি হৈ কিছুদিনৰ পাচত ভৰলুমুখলৈ আহি ৺কালীৰাম বৰুৱাৰ টোলৰ প্ৰধান-পণ্ডিত হৈছিল; আৰু পুৰণি আউনীআটীয় সত্ৰ-বাঁহৰত প্ৰায় ছমাহমান থাকি, তাৰ পৰা যাতায়াত কৰি অধ্যাপনা কৰিছিল।

সেই বাঁহৰত দেউৰ জ্বৰ হোৱাৰ কাৰণে ৺কালীৰাম বৰুৱাৰ হাউলিতে থকাৰ দিহা কৰিলে। দেউ ৺কালীৰাম বৰুৱাৰ টোললৈ যোৱাৰ আগেয়ে সৰুনদ্দী-গাৱঁৰ ৺হৰকান্ত উপাধ্যায় টোলৰ অধ্যাপক আছিল। পোনপ্ৰথমে এই পণ্ডিতজনৰ ছ-সাত-টকামান মাসিক বেতন আছিল। কিছু-

মান দিনৰ পাচত গুৱাহাটীৰ মিউনিছিপেলিটী-বোৰ্ডৰ পৰা মাহে তিনি-চাৰি-টকামানকৈ মাসিক সাহায্য পাইছিল।

গুৱাহাটীৰ ৺কালীচৰণ সেন উকিল, ৺সত্যনাথ বৰা উকিল; আৰু ৺কালীৰাম বৰুৱা প্ৰভৃতিয়ে ববঙ্গনি তুলি উক্ত পণ্ডিতজনক মাহে ছ-সাত টকা দিছিল। ৺হৰকান্ত উপাধ্যায় বৰ সচ্চৰিত্ৰ আৰু সাধুপুৰুষ আছিল। তেওঁ ৺কালীৰাম বৰুৱাৰ টোলত থকা সময়ত, শুক্ৰেশ্বৰ-দেৱালয়ত এখন ধৰ্ম্মসভা স্থাপিত হৈছিল; আৰু সেই ধৰ্ম্মসভাত প্ৰতি ৰবিবাৰে ৺হৰকান্ত উপাধ্যায়ে ভাগৱত ব্যাখ্যা কৰিছিল। তাৰ পাচত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱ ৺কালীৰাম বৰুৱাৰ টোলৰ প্ৰধান-পণ্ডিত নিয়োজিত হোৱাত, কিছুমান দিনৰ পাচত ৺হৰকান্ত উপাধ্যায় নিজৰ ঘৰলৈ গুচি গ'ল।

দেৱে ৺কালীৰাম বৰুৱাৰ টোলত অধ্যাপনা কৰাৰ বাবে প্ৰথমতে মাহে পোন্ধৰ টকাকৈ পাইছিল। সেইসময়ত ৺কালীৰাম বৰুৱাই "আসাম" নামে এখন সাদিনীয়া বাতৰি কাকত উলিয়াইছিল। সেই কাকতখনৰ প্ৰুফ্ সংশোধন কৰাৰ বাবে দেৱে মাহে ওপৰঞ্চি দহটকাকৈ পাইছিল। কাকতখনৰ অবৈতনিক সম্পাদক আছিল ৺মাণিক চন্দ্ৰ বৰুৱা। শেহত মাহে মুঠতে ত্ৰিশ টকাকৈ পাইছিল। টোলখনত কেবাজনো ছাত্ৰ আছিল। তাৰ ভিতৰত শ্ৰীযুত কামাখ্যাৰাম বৰুৱাই পৰিশ্ৰম কৰি পঢ়ি অসমৰ প্ৰথম টোল-পৰীক্ষাত উত্তীৰ্ণ হৈছিল।



শ্ৰীযুত কামাখ্যা ৰাম বৰুৱা উকিল মহাশয়ৰ পৰা শুনিছোঁ যে,—"৺ধীৰেশ্বৰাচাৰ্য্যদেৱ এজন অতিশয় চিন্তাশীল পণ্ডিত আছিল। তেওঁ সদায় ৰাতিপুৱা উঠি প্ৰায় পোন্ধৰ মিনিটমান সময় দাঁতত অকণমানো মলি নথকাকৈ দন্তধাৱন কৰিছিল। তেনেকুৱাকৈ দন্তধাৱন কৰাৰ বাবেই বোধকৰোঁ বুঢ়াবয়সলৈকে তেওঁৰ এটিও দাঁত সৰা নাছিল। পুতেক ৺তাৰানাথক তেতিয়া ববকৈ মৰম কৰিছিল। আকৌ যেতিয়া ৺তাৰানাথে উদ্‌ভণ্ডালি কৰে, তেতিয়া পুতেকক নিৰ্দ্দয়ভাবে কোবাইছিল।"

আগেয়ে উল্লেখ কৰা হৈছে যে,—৺হৰকান্ত উপাধ্যায় ৺কালীৰাম বৰুৱাৰ টোলত থকা সময়ত, শুক্ৰেশ্বৰ-দেৱালয়ত এখন ধৰ্ম্মসভা সংস্থাপিত হৈছিল। তেওঁ বৰুৱা ডাঙৰীয়াৰ টোলৰ পৰা গুচি যোৱাৰ পাচত, ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে প্ৰতি-দেওবাৰে আবেলি শুক্ৰেশ্বৰলৈ গৈ শ্ৰোতৃবৰ্গৰ মনোৰঞ্জন কৰি ভাগৱত-ব্যাখ্যাও কৰিছিল। দেউ ৺কালীৰাম বৰুৱা ডাঙৰীয়াৰ সংস্কৃত-টোলত চাৰিবছৰমান আছিল। পৰিশেষত বৰুৱা ডাঙৰীয়াৰে সৈতে কোনো কাৰণবশতঃ দেউৰ লাহে লাহে মতভেদ হব ধৰিলে। সেই সময়ত গুৱাহাটীৰ ভূতপূৰ্ব্ব চৰকাৰী উকিল ৺দীননাথ সেন; আৰু তাৰ পাচত ভূতপূৰ্ব্ব চৰকাৰী উকিল ৰায় বাহাদুৰ ৺কালীচৰণ সেন মহাশয়ে চেষ্টা কৰি, গুৱাহাটীৰ মিউনিছিপেলিটী বোৰ্ডৰ পৰা শুক্ৰেশ্বৰত এখন সংস্কৃত-টোল সংস্থাপন কৰাইছিল। টোলখনৰ

সম্পাদক আছিল ৺দীননাথ সেন। মাহে ত্ৰিশ টকা বেতনত ৺ধীবেশ্বৰাচাৰ্য্যদেৱক টোলৰ অধ্যাপক নিযুক্ত কৰিছিল। ইয়াৰ আগেয়ে ৺কালীৰাম বৰুৱাৰে সৈতে দেউৰ মনোমালিন্য ঘটিছিল। শুক্ৰেশ্বৰৰ টোলৰ কামটি পাই বৰুৱা ডাঙৰীয়াৰ টোলৰ পৰা তালৈ গল। পোন-প্ৰথমে টোলত দহ-বাৰজন মান ছাত্ৰ ভৰ্ত্তি হৈছিল। পাঠ্যবিষয় আছিল,— ৰত্নমালা-ব্যাকৰণ, পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণ, আৰু অমৰকোশ ইত্যাদি।

শুক্ৰেশ্বৰৰ ধৰ্ম্মসভাখনৰ প্ৰতিষ্ঠাতা আছিল,— গুৱাহাটীৰ ভূতপূৰ্ব্ব দেৱানী চিৰস্তাদাৰ ৺ললিত মোহন বাগ্‌চি, মুনচেফ্‌ ৺শিৱপ্ৰসাদ চক্ৰৱৰ্ত্তী আৰু ৺কালীচৰণ সেন উকিল। এই তিনিজন ভদ্ৰলোক, ধৰ্ম্মসভাখন জীয়াই থকালৈকে শ্ৰোতৃ-মণ্ডলীৰ অগ্ৰগণ্য আছিল। শুক্ৰেশ্বৰ-দেৱালয়ত প্ৰতি-ৰবিবাৰে আবেলি দেৱে যথাক্ৰমে সম্পূৰ্ণ দ্বাদশস্কন্ধ শ্ৰীমদ্ভাগৱত-মহাপুৰাণখন অতি বিতোপনকৈ ব্যাখ্যা কৰি, শ্ৰোতৃবৃন্দৰ হৃদয়-মন্দিৰটো ভক্তি আৰু প্ৰেমৰসেৰে আপ্লুত কৰিছিল। শুক্ৰেশ্বৰত থকা কালছোৱাত, তেওঁ আউনীআটী-সত্ৰত ৰচনা কৰা ছন্দোগ্ৰন্থ বৃত্তমঞ্জৰীখনৰ পৰিৱৰ্ত্তন আৰু পৰিৱৰ্দ্ধন কৰিছিল।

এদিন ৰাতি এটি ছন্দৰ লক্ষণ আৰু উদাহৰণ ভাবোঁতে-ভাবোঁতে তেওঁৰ চকুত টোপনি নাইকিয়া হ'ল। ছাত্ৰবৰ্গ টোপনিত নিমাত-নিতাল। ফট্‌ফটীয়া জোন, নিশা প্ৰায় অৱসান। এনেতে দেৱে হঠাৎ ছন্দঃ-সমাধিৰ পৰা ধহমহকৈ



গাত্ৰোত্থান কৰি বাহিৰলৈ আহি দেখে যে,—তেতিয়াও অস্তাচলোন্মুখ শশধৰে ধৰণীৰ ওপৰত স্নিগ্ধ কিৰণ বিতৰণ কৰি আছে। দেৱে ভাৱ-মগ্ন হৈ ছাত্ৰবিলাকক মাতিলে,— বাপাহঁত উঠা-উঠা ৰাতি পুৱাইছে, ছন্দোটিৰ নাম আৰু লক্ষণ থিৰ কৰিলোঁ। বৃত্তমঞ্জৰীখন ৰচনা কৰাৰ সময়ত তেওঁৰ এইভাবে বহুত বিনিদ্ৰ-ৰজনী অতিবাহিত হৈছিল।*

পোনপ্ৰথমে টোলত ভৰ্ত্তি হৈছিল,—আগদলাৰ মহীনাথ শৰ্ম্মা, সোণেইশৰৰ ৰত্নেশ্বৰ শৰ্ম্মা, উত্তৰ-গুৱাহাটীৰ শ্ৰীউমাদেৱ গোস্বামী, ৺কামাখ্যাধামৰ শিৱকৃষ্ণ শৰ্ম্মা আৰু বিষ্ণুকান্ত শৰ্ম্মা প্ৰভৃতি। আগেয়ে উল্লেখ কৰা হৈছে যে,—দেৱে নগাৱঁত থকাত সপোনত পাণিনীয়-ব্যাকৰণ দেখিছিল। শুক্ৰেশ্বৰত তেওঁ পাণিনীয়-ব্যাকৰণ প্ৰচাৰ কৰিবলৈ এটি সুযোগ পালে। তাৰ কাৰণ উজানবজাৰৰ ৺গৰ্গৰাম চৌধাৰীৰ ঘৰত বালমুকুন্দ ঝা নামেৰে এজন পাণিনিবেত্তা মৈথিল

---

মন্তব্য—* একাগ্ৰতা নেথাকিলে কোনো কাৰ্য্যতে সিদ্ধিলাভ কৰিব নোৱাৰি। একাগ্ৰতা থকাৰ বাবেই সূৰ্য্যবংশীয় ৰজা ভগীৰথে কঠোৰ সাধনা কৰি, স্বৰ্গৰ পৰা পতিতপাৱনী, পুণ্যসলিলা গঙ্গাদেৱীক পৃথিবীলৈ আনি, কপিলমুনিৰ কোপানলত ভস্মীভূত হোৱা সগৰ-বংশক উদ্ধাৰ কৰিছিল; আৰু অদ্বিতীয় ধনুৰ্দ্ধৰ, মহাবীৰ সব্যসাঁচীয়ে দ্ৰুপদ ৰজাৰ মৎস্যচক্ৰ ভেদি দ্ৰৌপদীক লাভ কৰিছিল।

পণ্ডিত প্ৰায় তিনিবছৰমান আছিল। ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ সৈতে এটি শুভক্ষণত তেওঁৰ আলাপ-পৰিচয় হৈছিল। উক্ত পণ্ডিতজনক দেৱে পাণিনি-ব্যাকৰণাভিজ্ঞ বুলি জানি তেওঁৰ ওচৰত পাণিনীয়-ব্যাকৰণৰ চৰ্চ্চা কৰিবলৈ ধৰিলে।

নগাওঁত সমাজিক দেখাৰ পাচৰ পৰাই পাণিনীয়-ব্যাকৰণৰ প্ৰতি দেউৰ প্ৰবল ধাউতি আৰু বিশেষ শ্ৰদ্ধা ওপজিছিল। মৈথিল-পণ্ডিতজনক পাই দেউৰ পাণিনীয়-ব্যাকৰণত স্পৃহা আৰু চেষ্টা আগতকৈ দুগুণ বাঢ়িল। কেতিয়াবা দেৱে মৈথিল-পণ্ডিতজনৰ বাহ্‌লৈ যায়; আৰু কোনোসময়ত মৈথিল-পণ্ডিতজনো শুক্ৰেশ্বৰলৈ আহে। এই সুযোগতে দেৱে অধ্যৱসায়েৰে পাণিনীয়-ব্যাকৰণ আয়ত্ত কৰিবলৈ ধৰিলে। পাণিনীয়-ব্যাকৰণখন, সৰ্ব্বোৎকৃষ্ট ব্যাকৰণ বুলি দেউৰ দৃঢ়-বিশ্বাস হৈছিল। তাৰ প্ৰধান কাৰণ ৰঘুবংশাদি কাব্যৰ মল্লীনাথৰ টীকাত পাণিনীয় সূত্ৰ আছে; আৰু পাণিনীয়-ব্যাকৰণ নেজানিলে বেদ-বেদাঙ্গাদিৰ ব্যাখ্যা বুজাও টান। দেৱে নিজে পাণিনীয়-ব্যাকৰণ চৰ্চ্চা কৰাৰ লগে লগে দুই-চাৰিজন ছাত্ৰকো পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণ শিকাব ধৰিলে।

গুৱাহাটীৰ ৺কালীচৰণ সেন উকিল মহাশয়ে যেতিয়া ওকালতি আৰম্ভ কৰিছিল, তেতিয়া তেওঁ দেউৰ ওচৰত পাণিনীয়-ব্যাকৰণ পঢ়িবলৈ ইচ্ছা কৰিলত, দেৱে আবেলি চাৰি বজাৰ পাচত ৺কালীচৰণ সেন মহাশয়ৰ ঘৰলৈ গৈ, তেওঁক এবছৰ লঘু-কৌমুদী-ব্যাকৰণ আৰু ভট্টিকাব্য পঢ়াইছিল।



সেই সময়ত দেউৰ ছাত্ৰ আগদলাৰ ৺মহীনাথ শৰ্ম্মাই ৰত্নমালা-ব্যাকৰণৰ আদ্য পৰীক্ষা দিছিল।

ইংৰাজী ১৯০০ খৃষ্টাব্দত উনৈশ বছৰ বয়সত, উত্তৰ-গুৱাহাটীৰ শ্ৰীউমাদেৱ গোস্বামীয়ে গুৱাহাটীৰ বাণেশ্বৰ-দেৱালয়ত থাকি, দেউৰ ওচৰত সংস্কৃত পঢ়িবলৈ ধৰিলে। তেতিয়া দেউৰ বয়স প্ৰায় চল্লিশ। ইয়াৰ আগেয়ে দেউ উত্তৰ-গুৱাহাটীত থকাত, উক্ত গোস্বামীয়ে দেউৰ ওচৰত বিদ্যাৰম্ভ কৰিছিল।

ইংৰাজী ১৯০১ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত, ভাৰতবৰ্ষৰ বৰলাট্ লৰ্ড কৰ্জ্জন্ চাহাব্ গুৱাহাটীলৈ আহিলত, তেখেতক অভিনন্দিত কৰিবলৈ সৰ্ব্বসাধাৰণৰ এখন সভা হৈছিল। সেই সভাত ৰায় বাহাদুৰ জগন্নাথ বৰুৱা বি, এ; আৰু মাননীয় ৺মাণিক চন্দ্ৰ বৰুৱা ডাঙৰীয়াই ইংৰাজী অভিনন্দন পত্ৰখন, ৺সত্যনাথ বৰা বি-এল্, উকিল ডাঙৰীয়াই অসমীয়া অভিনন্দন পত্ৰখন; আৰু পূজ্যপাদ ৺ধীৰেশ্বৰাচাৰ্য্য কৰিৰত্নদেৱে সংস্কৃত-অভিনন্দন পত্ৰখন নিজে ৰচনা কৰি সভাত পঢ়িছিল।

ইংৰাজী ১৯০২ খৃষ্টাব্দত শ্ৰীউমাদেৱ গোস্বামীয়ে শুক্ৰেশ্বৰৰ টোলৰ পৰা ৰত্নমালা-ব্যাকৰণৰ আদ্য পৰীক্ষাত; আৰু ১৯০৩ খৃষ্টাব্দত মধ্যপৰীক্ষাত সমুত্তীৰ্ণ হৈ, আদ্য আৰু মধ্যপৰীক্ষাৰ একে লগে দুটা বৃত্তি পাই কাব্য পঢ়িছিল। উক্ত গোস্বামীয়ে আদ্য-টোল পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ বাবে অধ্যাপক ৺ধীৰে-শ্বৰাচাৰ্য্যদেৱে অসম চৰকাৰৰ পৰা মাহে ৮৲ আঠ টকাকৈ, আৰু মধ্য টোল-পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ বাবে মাহে ১২৲

বাৰ টকাকৈ এবছৰ ছুটা বৃত্তি পাইছিল। শ্ৰীউমাদেৱ গোস্বামীয়ে মধ্য টোল-পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰাৰ কাৰণে ১০৲ দহ টকা বেচৰ গিণি সোণৰ এখন পদকো পাইছিল;

শ্ৰীউমাদেৱ গোস্বামীই শুক্রেশ্বৰৰ টোলত পঢ়াসময়ত, দেউৰ দহ-বাৰজনমান ছাত্ৰ আছিল। তাৰ ভিতৰত দুই-তিনি জনমান গুৱাহাটীৰ নৰ্ম্মাল-স্কুলৰ ছাত্ৰ। এজন তেজপুৰৰ কলাবাৰীৰ শিশুৰাম- দাস; আৰু এজন পলাশবাৰী—অঞ্চলৰ আছিল। এই দুজনে শ্ৰীউমাদেৱ গোস্বামীৰ আগেয়ে মধ্য-টোল-পৰীক্ষাত উত্তীৰ্ণ হৈছিল। দক্ষিণ-গাৱঁৰ যোগেশ্বৰ নামেৰে এজন ছাত্ৰে কাব্যৰ উপাধি-পৰীক্ষাৰ পাঠ্য পঢ়িছিল।

দেউ শুক্রেশ্বৰত থকা সময়ত দ্বাৰবঙ্গৰ মহাৰাজ ৺ৰামেশ্বৰ সিংহ ৺কামাখ্যাদেৱী-দৰ্শন কৰিবলৈ আহিছিল। এদিন দেৱে তেওঁৰ ছাত্ৰ শ্ৰীউমাদেৱ গোস্বামীৰে সৈতে ৰজাৰ লগত সাক্ষাৎ কৰিবলৈ যোৱাত, ৰাজপণ্ডিত জীৱানন্দ ঝাৰে সৈতে দেৱৰ দেৱ-ভাষাত আলাপ হৈছিল। মৈথিল পণ্ডিত-জনে "বসিষ্যামি" পদৰ প্ৰয়োগ কৰিলত, দেৱে চেলু পাই পণ্ডিত-জনক কলে যে,—"বসিষ্যামি" পদটো অশুদ্ধ, "বৎস্যামি" পদ শুদ্ধ। কৰিৰত্নদেৱে ভুল ধৰিলত ৰাজ-পণ্ডিত-জনে ভুল স্বীকাৰ নকৰি, নিজৰ গৌৰৱ ৰক্ষাৰ নিমিত্তে দেউৰে সৈতে তৰ্কজাল বিস্তাৰ কৰি কলে যে,—"বৈদিক প্ৰয়োগত বসিষ্যামি পদ হব পাৰে।" কিছু সময় তৰ্কাতৰ্কিৰ শেহত আচাৰ্য্যদেৱ



তৰ্ক যুদ্ধত জয়ী হল। জীৱানন্দ ঝাৰ লগত এজন বৈদিক-পণ্ডিতো আছিল। দেউৰ বিজয়-বাৰ্ত্তা মহাৰাজৰ কাণত পৰিলত, মহাৰাজে দেউক এজন শ্ৰেষ্ঠ পণ্ডিত বুলি জানিলে। তাৰ পাচৰ পৰাই মহাৰাজ ৺কামাখ্যা-ধামলৈ আহিলত, দেৱে মহাৰাজৰ পৰা ৩০৲ টকাকৈ উপস্থিত বিদায় পাইছিল।

অসমৰ গৌৰৱৰবি ৺আনন্দৰাম বৰুৱা অস্তমিত হোৱাৰ পাচত, এদিন উজানবজাৰৰ ৺কৃষ্ণচন্দ্ৰ চৌধাৰী ডাঙৰীয়াৰ কথামতে দেৱে শ্ৰীউমাদেৱ গোস্বামীৰে সৈতে উত্তৰ-গুৱাহাটীলৈ গৈ, ৺আনন্দৰাম বৰুৱাৰ ভায়েক ৺আত্মাৰাম বৰুৱাৰ পৰা ঋগ্বেদ, পাতঞ্জল-মহাভাষ্য, আৰু প্ৰাকৃত-পিঙ্গল আদি ভালেমান মূল্যবান্ গ্ৰন্থ আনিছিল।

এবাৰ স্বামী বিবেকানন্দ গুৱাহাটীলৈ অহাত, চহৰবাসী ভদ্ৰলোকসকলে তেওঁক সম্বৰ্দ্ধনা কৰিবলৈ এখন সভা পাতিছিল। সেই সভাত পূজনীয় কৰিৰত্নদেৱো উপস্থিত আছিল। স্বামীজীয়ে সভাত বক্তৃতা দিবলৈ ধৰিলত, দেৱে থিয় হৈ স্বামীজীৰ সংস্কৃত-কথাত ভুল ধৰিলে। তাৰ পাচত কেইজনমান ভদ্ৰলোকে দেউক বহিবলৈ অনুৰোধ কৰিলত, স্বামীজীয়েও ভুল স্বীকাৰ কৰি ক'লে যে,—"তেওঁৰ সংস্কৃতেৰে কথা কোৱা অভ্যাস বেছি নাই।"

অসম চৰকাৰৰ শিক্ষাবিভাগৰ ভূতপূৰ্ব্ব ডিৰেক্টৰ বুথ-চাহাবে এবাৰ প্ৰতিপৎ তিথিত শুক্রেশ্বৰৰ টোল পৰিদৰ্শন কৰিবলৈ যোৱাত, সিদিনা অনধ্যায় দেখি দেউৰ ওপৰত

অসন্তুষ্ট হৈছিল। তেখেতৰ উগ্ৰমূৰ্ত্তি দেখি স্বধৰ্ম্মনিষ্ঠ আৰু নিৰ্ভীক আচাৰ্য্যদেৱে ক'লে যে,—"মাননীয় মহাশয়! ৰবিবাৰে আপোনালোকৰ যেনেকুৱা পঢ়াশালি বন্ধ থাকে, আমাৰো প্ৰতিপৎ তিথিত তেনেকুৱা।

শ্ৰীৰামচন্দ্ৰে হনুমন্তক স্বৰ্ণলঙ্কাপুৰীৰ অশোকবনৰ পৰা সীতাদেৱীৰ সংবাদ আনিবলৈ আদেশ দিলত, ভক্তপ্ৰৱৰ হনুমন্তে ততালিকে সংবাদ লৈ অহা দেখি, শ্ৰীৰামচন্দ্ৰে হনুমন্তক সুধিছিল যে,—"তেখেতৰ সহধৰ্ম্মিণী সীতা কেনেকুৱা আছে?" এই কথা শুনি হনুমন্তে উত্তৰ দিছিল যে,—"প্ৰতিপৎ পাঠশীলস্য বিদ্যেব তনুতাং গতা।" অৰ্থাৎ প্ৰতিপৎ তিথিত সংস্কৃত অধ্যয়ন কৰা ছাত্ৰৰ বিদ্যা যেনেকুৱা হ্ৰাস হয়, সীতাদেৱীও তেনেকুৱা ক্ষীণাঙ্গী হৈ গৈছে।

বুথ চাহাব্ দেউৰ বিৰুদ্ধে চলিছিল বুলি, মহামহোপাধ্যায় ৺পদ্মনাথ ভট্টাচাৰ্য্য এম্,এ, বিদ্যাবিনোদ মহাশয়ৰ পৰা শুনিছোঁ। শুক্ৰেশ্বৰৰ টোলখন চাৰি-পাঁচ বছৰমান থিতাপি লাগি আছিল। তাৰ পাচত ডিৰেক্টৰ বুথ চাহাবৰ অন্যায় ৰিপোৰ্টৰ কাৰণেই হওক, নাইবা গুৱাহাটীৰ মিউনিছিপেলিটী-বোৰ্ডৰ তৰফে সংস্কৃত-টোল চলোৱা অনুচিত বুলিয়েই হওক, টোলখন উমানন্দৰ দক্ষিণ-ফালে থকা কৰ্ম্মনাশাৰ সোঁতত পৰি অকালতে প্ৰাণ হেৰুৱালে।

---

# ৮। কৱিৰত্ন-দেৱৰ তীৰ্থ-ভ্ৰমণ।

১৩০৮ চনত ৺ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্ন মহোদয়ে গুৱাহাটীৰ ৺কালীচৰণ সেন উকিল আৰু তেওঁৰ জ্ঞাতি ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যৰে সৈতে তীৰ্থ-ভ্ৰমণলৈ গৈছিল। গয়া, কাশী, প্ৰয়াগ, অযোধ্যা, মথুৰা, বৃন্দাৱন, হৰিদ্বাৰ, জগন্নাথ, বৈদ্যনাথ, আৰু কালীঘাট প্ৰভৃতি ভাৰতীয় প্ৰসিদ্ধ তীৰ্থস্থানবিলাক পৰিদৰ্শন কৰাত তেওঁলোকৰ প্ৰায় তিনিমাহমান সময় লাগিছিল। স্থাবৰ তীৰ্থবিলাক দৰ্শন কৰাৰ বাহিৰেও দেৱে পণ্ডিত-স্বৰূপ জঙ্গমতীৰ্থবো অন্বেষণ কৰাত ৰত আছিল। পণ্ডিতসকলৰ তীৰ্থ-ভ্ৰমণৰ প্ৰধান উদ্দেশ্য হৈছে সৎসঙ্গ; আৰু তত্ত্বজ্ঞান লাভ কৰা। তীৰ্থ-দৰ্শন মুক্তিমাৰ্গৰ সোপান।

তীৰ্থযাত্ৰী তিনিজন অযোধ্যালৈ যোৱাৰ পাচত, দেৱে তাত শ্ৰেষ্ঠ শাস্ত্ৰজ্ঞ-পণ্ডিত আছে নে নাই অনুসন্ধান লৈ, এদিন সৰযূ-নদীৰ কাষত থকা ডাঙৰ সংস্কৃত-টোল এখনত সহচৰ দুজনেৰে সৈতে উপস্থিত হৈছিল। তেতিয়া টোলত পণ্ডিত জন নাছিল। ছাত্ৰবিলাকে পাঠাভ্যাস কৰি আছিল। তাৰ পাচত দেৱে দুজনমান পণ্ডিত-কল্প ছাত্ৰক তেওঁলোকৰ শিক্ষাগুৰুৰ কথা সোধাত কলে যে,—"তেওঁলোকৰ উপাধ্যায়ে সৰযূত স্নান, সন্ধ্যা, তৰ্পণ আদি কৰিব ধৰিছে, পাঠশালালৈ অহাত বিলম্ হব।"

সেই কথা শুনি ৺কালীচৰণ সেন উকিল বাহ্‌লৈ গ'ল দেউ আৰু ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যে পণ্ডিত জনৰ অপেক্ষা কৰি থাকিল। প্ৰায় ছুটামানবজাত টোলৰ অধ্যাপক জন আহি পালে। তেওঁৰ বয়স প্ৰায় আশী বছৰমান হব। সাক্ষাৎ যেন এজন কলি-কালৰ ঋষি। পণ্ডিতজন তপস্বী, তেওঁ সদায় সৰযূৰ-পানীত নামি বহুত সময়লৈকে ইষ্টমন্ত্ৰ জপি থাকে। অতিথি ছুয়োজনে পণ্ডিত-প্ৰৱৰক অহা দেখি পৰম সন্তুষ্ট হল। তাৰ পাচত অযোধ্যাবাসী পণ্ডিতজনেৰে সৈতে কামৰূপীয় কৰিবত্ন-দেৱৰ শাস্ত্ৰালাপ হৈছিল।

পূজনীয় দেৱে তেওঁৰ বিৰচিত "বৃত্তমঞ্জৰী" নামৰ ছন্দো গ্ৰন্থখন লগত নিছিল। শাস্ত্ৰপ্ৰসঙ্গৰ মাজতে দেৱে ছন্দো গ্ৰন্থখন অযোধ্যাৰ পণ্ডিত-প্ৰৱৰক চাবলৈ দিলে। তেওঁ পুথিখন কিছু সময় স্থিৰ ভাবে পঢ়ি চাই কৈছিল যে,—"বৰ্ত্তমানে আমি গভীৰ ভাবে শাস্ত্ৰৰ আচল তত্ত্ব পৰ্য্যালোচনা নকৰি ওপৰে ওপৰে চকু ফুৰাই যাওঁ মাথোন। আপোনাৰ অসা ধাৰণ কৰিত্ব শক্তি। যি হেতু আপুনি কৰি-শিৰোমণি কালিদাসৰ শ্ৰুতবোধ ছন্দোগ্ৰন্থতো ত্ৰুটি উলিয়াইছে; আৰু গঙ্গাদাস সূৰি প্ৰণীত ছন্দোমঞ্জৰীতো ভুল ধৰিছে।

সেইবোৰ দোষ আমি ধৰিবলৈ পৰা নাছিলোঁ। কিন্তু আপুনি অশেষ পৰিশ্ৰম কৰি বৰ গভীৰভাবে ছন্দঃশাস্ত্ৰ সমালোচনা কৰিছে। ভাৰতবৰ্ষৰ এচুকত থকা কামৰূপত যে মহাকৰি কালদাসৰো ভুল ধৰিবলৈ পৰা এজন অসামান্য



ছন্দঃশাস্ত্ৰ-ৰেত্তা পণ্ডিত আছে, এইটো আমাৰ অগোচৰ আছিল।

অযোধ্যাবাসী অশীতিপৰ প্ৰৱীণ পণ্ডিত-জনে কামৰূপীয় ৺ধীবেশ্বৰাচাৰ্য্য কৰিবত্ন-দেৱৰ প্ৰতিভা আৰু কৰিত্ব-শক্তিৰ বিশেষ পৰিচয় পাই, এখন উচ্চ-প্ৰশংসা পত্ৰ সংস্কৃত-ভাষাৰে লিখি দেৱক সসম্মানে প্ৰদান কৰি, এটি ডাঙৰ উপাধি দিব খুজিলে। কিন্তু দেৱে তেওঁৰ পৰা উপাধি গ্ৰহণ কৰিবলৈ মান্তি নহল। আজি কালি উপাধি লাভৰ উৎকট আশাই সংস্কৃত-বিদ্যাৰ্থী; আৰু সংস্কৃতত কৃতবিদ্যবিলাকক শাস্ত্ৰত বিশেষ ব্যুৎপত্তিলাভৰ পৰা বঞ্চিত কৰি ৰাখিছে। কৰিত্ব শক্তি আৰু জ্ঞান লাভ উপাধিৰ অধীন নহয়। কৰিসকলৰ শক্তি জন্মান্তৰীয়। অধ্যৱসায়ৰ দ্বাৰা কৰিত্বৰ বিকাশ হয়। কৰি জন্ম লাভ কৰে।*

যত্নৰ দ্বাৰা পাণ্ডিত্য লাভ কৰিব পৰা যায়, কিন্তু কৰিত্ব লাভ কৰিব নোৱাৰি। জগন্নাথ-ক্ষেত্ৰতো দেৱে নিজৰ প্ৰতিভা আৰু কৰিত্বাদি প্ৰকাশ কৰি কোনো এজন বিখ্যাত পণ্ডিতৰ পৰা বিশেষ প্ৰশংসা-ভাজন হৈছিল। প্ৰিয় সংস্কৃত-বিদ্যাৰ্থীসকল! তোমালোকে কেৱল উপাধি-লোলুপ হৈ কেতিয়াও শাস্ত্ৰ অধ্যয়ন নকৰিবা। অৰ্থ জ্ঞান-পূৰ্ব্বক ব্যুৎপত্তি লাভৰ নিমিত্তে শাস্ত্ৰ পঢ়া উচিত। পল্লৱগ্ৰাহী পাণ্ডিত্যৰ

* "নৰত্বং দুৰ্ল্লভং লোকে বিদ্যা তত্ৰ সুদুৰ্ল্লভা।
কৰিত্বং দুৰ্ল্লভং তত্ৰ শক্তিস্তত্ৰ সুদুৰ্ল্লভা॥

দ্বাৰা ধন, মান আৰু যশস্যা লাভ নহয়, নিন্দাৰ পাত্ৰ হয় মাথোন ।

---

## ৯। ৺কামাখ্যাধামৰ টোলত।

গুৱাহাটীৰ শুক্ৰেশ্বৰ-দেৱালয়ত স্থাপিত মিউনিছিপালিটীৰ সংস্কৃতটোলখনৰ জীৱন-বত্তি নুমাই যোৱাৰ পাচত ৺ধীবেশ্বৰাচাৰ্য্যদেৱে নিজৰ ঘৰলৈ গ'ল । তাৰ পাচত দেউ ঘৰতে থকা জানি ১৩১৪ চনৰ আঘোণ-মাহত, গুৱাহাটীৰ চৰকাৰী উকিল ৺কালীচৰণ সেন মহাশয়ে পৰম পূজনীয় ৺ধীবেশ্বৰাচাৰ্য্য কৰিৰত্নদেৰক অনুবোধ কৰি, অধ্যাপনাৰ নিমিত্তে ৺কামাখ্যাধামত নতুনকৈ সংস্থাপিত সংস্কৃত-টোললৈ অনাইছিল। টোলখন চলাবলৈ বাইজে পাঁচজনীয়া এখন কাৰ্য্যনিৰ্ব্বাহক কমিটি পাতি দিলে ।

সেই সময়ত জীৱনী-লেখকে গুৱাহাটীৰ কলেজিয়েট্ হাইস্কুলত পঢ়িছিল । এদিন আবেলি গ্ৰন্থকাৰে ৺কামাখ্যাধামৰ বাঘদুৱাৰলৈ যোৱাত দেখা পালে যে,—পশ্চিমমুৱা হৈ কিঞ্চিৎ কৃষ্ণবৰ্ণ, কৃশ, বগাধুতি পিন্ধা, গাত বগা চেলেঙৰ উত্তৰীয় থকা, শুভ্ৰ-যজ্ঞোপৱীতী, ললাটত সিত-চন্দনৰ ওখ তিলকধাৰী, মূৰত দীঘল কিছু পকা চুলি থকা, প্ৰতিভা-মণ্ডিত-মুখমণ্ডল, উন্নতগ্ৰীৱ, এজন সৌম্য-পুৰুষ মন্থৰ গতিৰে



আহি, বাঘ-দুৱাৰত থকা এটি শিলৰ ওপৰত উপবেশন কৰি জিৰণি ললে ।

নবাগত পুৰুষজনৰ পৰিচয় জানিবলৈ গ্ৰন্থকাৰৰ মনত খুদুৱনি লগাৰ পাচত জনা গ'ল যে, পুৰুষপ্ৰৱৰজন অসমমাতৃৰ মুখোজ্জ্বলকাৰী ৺ধীবেশ্বৰাচাৰ্য্য কৰিৰত্নদেৱ । ৺কালীচৰণ সেন মহাশয়ৰ অনুবোধক্ৰমে ৺কামাখ্যাধামত নতুন সংস্থাপিত সংস্কৃত টোললৈ অধ্যাপনাৰ কাৰণে আহিছে । পোনপ্ৰথমে বৰজনা পৰ্ব্বতীয়-গোস্বামীৰ এটি বাহিৰা ঘৰত টোলৰ অধ্যাপনা কাৰ্য্য চলিছিল । পণ্ডিত দেউৰ থকাৰ বাবে আৰু এটি বেলেগ ঘৰ ঠিক কৰা হৈছিল । ১৩১৪ চনৰ ১৫ আঘোণত ভগৱতীৰ অভয় চৰণ যুগল ভাৰসা কৰি টোলৰ উদ্বোধন কৰা হৈছিল ! পোনপ্ৰথমে টোলত সাত-আঠজনমান ছাত্ৰ ভৰ্ত্তি হ'ল । টোলৰ পাঠ্য হ'ল ৰত্নমালা-ব্যাকৰণ, পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণ, হিতোপদেশৰ মিত্ৰলাভ আৰু অমৰকোশ প্ৰভৃতি ।

প্ৰথমতে যদিও তেওঁ ৰত্নমালা-ব্যাকৰণ পঢ়াইছিল, তথাপি তেওঁৰ বিশেষ ৰাপ্ আছিল পাণিনীয়-ব্যাকৰণৰ প্ৰতি । ৰত্নমালা-ব্যাকৰণৰ পৰিৱৰ্ত্তে কেনেকৈনো পাণিনীয়-ব্যাকৰণ চলাব, সেইটোৱে তেতিয়া তেওঁৰ মুখ্য উদ্দেশ্য আছিল ; আৰু সেইবিষয়ে অহো-পুৰুষাৰ্থও কৰিছিল । ৰত্নমালা-ব্যাকৰণৰ সলনি পাণিনীয়-ব্যাকৰণ শিকোৱাৰ কথা শুনি প্ৰথমতে স্থানীয় ব্ৰাহ্মণ সকলৰ কিছুমানে ; আৰু ৺কালীচৰণ সেন উকিল মহাশয়ৰ বাজে

কাৰ্য্যনিৰ্ব্বাহক কমিটিৰ সভ্য কেইজনেও ৰবকৈ আপত্তি কৰি দেউক কলে যে,—"দেউ! অসমত ৰত্নমালা-ব্যাকৰণ প্ৰচলিত। গতিকে আপুনি এখন নতুন ব্যাকৰণ কিয় চলাবলৈ খুজিছে? আপোনাৰ দিন কেইটাত পঢ়ালেই বা কিন্তু আপোনাৰ অভাৱত কি গতি হব; আৰু কিছুমান নিন্দকে দেউৰ অগোচৰত কৰলৈ ধৰিলে যে,—"তেওঁ বোধ কৰোঁ ৰত্নমালা পঢ়াবলৈ নোৱাৰে, সেইবাবে পাণিনীয়-ব্যাকৰণ চলাবলৈ চেষ্টা কৰিছে। *

পাণিনীয়-ব্যাকৰণ প্ৰচলন কৰিবলৈ সমুৎসুক মাননীয় দেৰেও নীলাচলবাসী সৰহভাগ ব্ৰাহ্মণৰ আপত্তি; আৰু বিৰুদ্ধভাব দেখি, ভাৰতবৰ্ষত প্ৰচলিত আটাইবিলাক সংস্কৃত ব্যাকৰণৰ ভিতৰত পাণিনীয়-ব্যাকৰণ যে সৰ্ব্বোৎকৃষ্ট ব্যাকৰণ সেই কথাযাৰ ছাত্ৰবৰ্গ আৰু নীলাচলৰ মুখাল্ ব্ৰাহ্মণসকলক কৰলৈ ধৰিলে। নতুনকৈ ভৰ্ত্তি হোৱা ছাত্ৰ কেইজনৰ ভিতৰত কেজনমানে লঘুকৌমুদী-ব্যাকৰণ; আৰু কেজনমানে ৰত্নমালা-ব্যাকৰণ পঢ়িব ধৰিলে।

* "যথা স্ত্ৰীণাং তথা বাচাং সাধুত্বে দুৰ্জ্জনো জনঃ।"
"অতি দুৰ্জ্জন ইতি বক্তব্যম্" (উত্তৰৰামচৰিত নাটক)।
অৰ্থাৎ—"সুশিক্ষা নোপোৱা মানুহে তিৰোতাবিলাকৰ সতীত্ববিষয়ত যেনেকুৱা দোষ অনুসন্ধান কৰে, বাক্য আৰু প্ৰবন্ধাদিৰ বিশুদ্ধতা সম্বন্ধে তেনেকুৱা নিন্দাবাদ কৰি থাকে। কেৱল দুৰ্জ্জন বুলি কলেই পৰ্য্যাপ্ত নহয়; সেই বিষয়ে মানুহ অতি দুৰ্জ্জন হয়, এইটোহে কোৱা উচিত।"



পোনপ্ৰথমে শ্ৰীনাৰায়ণ চন্দ্ৰ শৰ্ম্মাই পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণৰ বঙ্গদেশীয় আদ্য-পৰীক্ষাত উত্তীৰ্ণ হ'ল। তেতিয়া অসম-চৰকাৰৰ শিক্ষা-বিভাগৰ পৰা পাণিনীয়-ব্যাকৰণৰ পৰীক্ষা গৃহীত হোৱা নাছিল। পাণিনীয়-ব্যাকৰণৰ প্ৰথমপৰীক্ষাত ছাত্ৰ উত্তীৰ্ণ হোৱা দেখি বিৰুদ্ধবাদীবিলাকৰ মুখৰ মাত ৰহিত হ'ল। *

বহুতে বুজি পালে যে, পাণিনীয়-ব্যাকৰণ বেয়া নহয়। দেউৰো উৎসাহ দুগুণ বাঢ়িল। কাৰণ পাণিনীয়-ব্যাকৰণৰ পৰীক্ষাত পোনপ্ৰথমে ছাত্ৰ পাছ হ'ল। দুই-তিনি বছৰমান পৰ্ব্বতীয়-গোস্বামীৰ ঘৰতে টোল চলি থকাৰ পাচত টোলৰ বাবে ছুটা টিনৰ ঘৰ সজোৱা হ'ল। দেৱে কিছুমান দিন অকলশৰীয়াকৈ নীলাচলত থাকি, প্ৰায় দুবছৰমান সপৰিবাৰে বাস কৰিছিল। তাৰ পাচত পঢ়াশালিৰ বাবে টিনৰ ঘৰ নিৰ্ম্মিত হোৱাত বেছি ভাগ সময় অকলশৰীয়াকৈ আছিল। সময়ে-সময়ে তেখেতৰ পুতেক ৺তাৰানাথ আহি থাকিছিল। দেৱে ৺কামাখ্যাধামত থকা কালছোৱাত, তেওঁৰ কনিষ্ঠা

*—"প্ৰাৰভ্যতে ন খলু বিঘ্নভয়েন নীচৈঃ।
প্ৰাৰভ্য বিঘ্নবিহতা বিৰমন্তি মধ্যাঃ॥
বিঘ্নৈঃ পুনঃ পুনৰপি প্ৰতিহন্যমানাঃ।
প্ৰাৰভ্য তূত্তমজনা ন পৰিত্যজন্তি॥২৭॥
(ভৰ্ত্তৃহৰিকৃত নীতিশতক)।

কন্যা ভাৰতীক (১) লঘুকৌমুদী আৰু অমৰকোশ শিকাইছিল। অমৰকোশৰ বহুশ্লোক কন্যাজনীৰ কণ্ঠস্থ আছিল। বিবাহ হোৱাৰ এবছৰমানৰ পাচত ভাৰতীই ভাৰতভূমি এৰি স্বৰ্গলৈ গ'ল। দ্বাৰবঙ্গৰ মহাৰাজ স্বৰ্গত ৺ৰামেশ্বৰ সিংহ ৺কামাখ্যাধামলৈ আহিলত, ৺ভাৰতীয়ে বিবাহ নোহোৱাৰ আগতে, ছুবাৰমান মহাৰাজৰ পৰা ১৫৲ পোন্ধৰ টকাকৈ পাৰিতোষিক পাইছিল।

দেউৰ মাসিক বেতন আছিল ২৫৲ পঁচিশ টকা ৺কালীচৰণ সেনে টোলৰ ঘৰ সজোৱাৰ বাবে দ্বাৰবঙ্গৰ মহাৰাজৰ পৰা ২০০৲ দুশ টকা পাইছিল। স্থানীয় ব্ৰাহ্মণ সকলে ঘৰেপতি টোলৰ বাবে মাসিক বৰঙনি দিছিল টোলৰ বাবে টিনৰ ঘৰ ছুটা সজোৱাত প্ৰায় ১২০০৲ বাৰশ মান টকা খৰচ হৈছিল। সময়ে-সময়ে তীৰ্থযাত্ৰীবিলাকৰ পৰাও টোলৰ সাহায্যৰ বাবে ধন পোৱা গৈছিল। প্ৰথমতে ভৰ্ত্তি হোৱা ছাত্ৰ কেইজনৰ ভিতৰত কোনোৱে ছমাহ

(১) ৺কামাখ্যাধামত থকা মৈথিল জ্যোতিষিক ৺ভৰত ঝাৰ পৰা শুনা কথা,—"এদিন তেওঁ ৺ধীৰেশ্বৰাচাৰ্য্যৰ বাহলৈ যোৱাত, ৺ভাৰতীয়ে "অধ্যাত্ম-ৰামায়ণ" পঢ়ি আছিল। তাকে দেখি তেওঁ ভাৰতীক পৰীক্ষা কৰিবলৈ ইচ্ছা কৰি, ভাৰতীয়ে পঢ়ি থকা পাতটি ওভোতাই আন-পাতত পঢ়িবলৈ দিয়াত, ভাৰতীয়ে এটিও ভুল নোহোৱাকৈ পঢ়িব ধৰিলে। ভাৰতীৰ আবৃত্তি দেখি তেওঁ আচৰিত হ'ল।



কোনোৱে এবছৰ, কোনোৱে ডেৰ্ বছৰ, কোনোৱে দুবছৰ-মান পঢ়ি টোল এৰিলে। তাৰ পাচত নতুন ঘৰত নতুন ছাত্ৰ ভৰ্ত্তি হল। সেই ছাত্ৰবিলাকৰ ভিতৰত শ্ৰীৰাম প্ৰসাদ শৰ্ম্মা, ৺কালিদাস শৰ্ম্মা, শ্ৰীৰাধিকা প্ৰসাদ শৰ্ম্মা, ৺উমা-প্ৰসাদ শৰ্ম্মা, শ্ৰীহৰনাথ শৰ্ম্মা আৰু শ্ৰীপ্ৰমথ নাথ শৰ্ম্মা, এই কেইজনৰ নাম বিশেষকৈ উল্লেখযোগ্য। শ্ৰীৰাম প্ৰসাদ প্ৰভৃতি তিনি-চাৰিজনমান ছাত্ৰ ভৰ্ত্তি হোৱাৰ প্ৰায় এবছৰ-মানৰ পাচত দেউৰ জীৱনী-লেখকো ভৰ্ত্তি হ'ল।

এই কেইজনৰ বাজেও আৰু কেইজনমান ছাত্ৰই পঢ়িছিল। শ্ৰীৰামপ্ৰসাদ শৰ্ম্মা আৰু ৺কালিদাস শৰ্ম্মাই বঙ্গদেশৰ ৰংপুৰ কেন্দ্ৰত বঙ্গদেশীয় পৰীক্ষাত পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণৰ আদ্য-পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তাৰ পাচৰ বছৰত দেৰৰ জীৱনীলেখকে; আৰু শ্ৰীৰাধিকাপ্ৰসাদ শৰ্ম্মাই বঙ্গীয় উক্ত কেন্দ্ৰত, উক্ত ব্যাকৰণৰ প্ৰথম-পৰীক্ষাত উত্তীৰ্ণ হয়। শ্ৰীৰামপ্ৰসাদ শৰ্ম্মাই পাণিনীয়-সিদ্ধান্ত-কৌমুদীৰ বঙ্গদেশীয় মধ্য-পৰীক্ষা; আৰু তাৰ পাচত বঙ্গদেশীয় কাব্যৰ মধ্য-পৰীক্ষা পাছ কৰিছিল। কিছুমান দিনৰ পাচত গুৱাহাটীত পাণিনীয়-ব্যাকৰণৰ পৰীক্ষা লোৱাৰ ব্যৱস্থা হোৱাত, দেউৰ জীৱনী-লেখকে পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণত অসমৰ আদ্য-পৰীক্ষা দি, প্ৰথম-বিভাগত সমুত্তীৰ্ণ হৈ মাহে ৩৲ তিনি টকাকৈ দুবছৰ বৃত্তি লাভ কৰে, আৰু দেৱেও মাহে ৭৲ সাত টকাকৈ এবছৰ অধ্যাপকৰ পাৰিতোষিক পাইছিল। দুবছৰমানৰ পাচত

গ্রন্থকাৰে পাণিনীয়-ব্যাকৰণৰ অসমৰ মধ্য-টোল-পৰীক্ষাত প্রথম-বিভাগত সমুত্তীর্ণ হয়।

***দেউৰ দৈনিক কাৰ্য্যাৱলী।*** দেউ টোপনিৰ পৰা উঠাত প্রায় সূর্য্যোদয় হৈছিল। পলম্‌কৈ উঠাৰ আচল কাৰণ হৈছে, তেওঁৰ প্ৰস্ৰাৱৰ পীড়া আৰু বেছি ৰাতিত শয়ন। কামাখ্যা-টোলত থকা কালছোৱাত তেওঁ স্বৰচিত ছন্দোগ্রন্থ বৃত্তমঞ্জৰীৰ সালসলনি কৰি টীকা কৰাত প্ৰবৃত্ত হৈছিল; আৰু ছন্দোগ্রন্থখনত প্ৰস্তাৰ নিৰ্ণয় কৰিছিল। মই পুৱা টোললৈ গৈ দুৱাৰত হেঁচা দিলত, তেওঁ লাহে লাহে উঠি আহি কয় যে,—'বাপা! ৰাতি ভাল টোপনি হোৱা নাই, ঘনে ঘনে প্ৰস্ৰাৱৰ বেগ হয়।" এই কথাষাৰ প্রায় মোক কৈছিল।

গাত্ৰোত্থান কৰি দাঁতৰ মলিশূন্য কৰি দন্তধাৱন কৰিছিল। দাঁতন কৰাত পোন্ধৰ-কুৰি-মিনিটমান সময় গৈছিল। ভালকৈ দন্তধাৱন কৰাৰ বাবেই বোধ কৰোঁ বুঢ়াকাললৈকে তেওঁৰ এটি দাঁতো সৰা নাছিল। তাৰ পাচত ছাত্ৰক পঢ়ায়। আগবেলা সাতোটামান বজাৰ পৰা প্রায় দহ-এঘাৰ বজালৈকে; আৰু আবেলি দুটামান বজাৰ পৰা পাঁচ বজালৈকে শিক্ষা দিয়াৰ সময় নির্দ্দিষ্ট আছিল। কেতিয়াবা উক্ত সময়ৰ ব্যতিক্রমো হৈছিল। আগবেলা ছাত্ৰক পঢ়োৱাৰ পাচত গাত তেল ঘঁহাতো দহ-বাৰ-মিনিটমান লাগিছিল।

কাৰণ তেলখোৱাতকৈ ভালকৈ মৰ্দ্দনকৰাত বেছি উপকাৰ। তাৰ পাচত গা ধুই বাঁহৰ কাঁকৈৰে মূৰ চুচি



সন্ধ্যা-পূজাৰ দিহা কৰি, চৌকাত দালি বহাই দিয়ে। দালি সিঁজাৰ লগে লগে সন্ধ্যা-পূজাও শেষ হয়। পাকক্রিয়া সমাপন কৰি ভোজন কৰাত প্রায় এটা-ডেৰ্‌টামান বাজে। কেতিয়াবা কাৰ্য্যবশতঃ তিনিটা-চাৰিটা মানো বাজিছিল। খোৱা-বোৱাৰ পাচত শিলিখাৰে মুখশুদ্ধি কৰি, অলপ সময় জিৰণি লৈ প্রায় দা-কুঠাৰত ধাৰ্ দিছিল। শস্ত্ৰবোৰ বৰ চোকা আছিল। দাখনৰ নাম ৰাখিছিল "বাঘকাটী"। দাখন কমাৰৰ হতুৱাই ডাঠ্‌কৈ তৈয়াৰ কৰাইছিল। এডোখৰ কলা ঝাঁও ইটাৰে ভৰিৰ গোৰ দুটা ঘঁহি নিতৌ চাফ্ ৰাখিছিল। তাৰ পাচে পঢ়াশালিত কেতিয়াবা বহা খৌখাৰ ধাৰিখনত বাগৰ দি অলপ সময় বিশ্রাম কৰে। তেওঁৰ বিশ্রাম কৰা গাঁৰুটো কেঞ্চাৰ গাদীৰ ডাঙৰ গাঁৰুৰ নিচিনা আছিল। *

বিশ্ৰামৰ পাচত পঢ়াইছিল। পঢ়োৱাৰ পাচত ফুলনিত সোমাই ফুলগছবোৰৰ তলভাগ নিকায়। ফুল দেউৰ অতি প্রিয় আছিল। টোলৰ বাগিচাখনত দেৱে ৰোৱা ডালিম-গছ, শেৱালি আৰু বাইজৰ ঘৰৰ দক্ষিণফালে ৰোপণ কৰা "ম্যাগ্‌নলীয়া গ্ৰাণ্ড ফ্লাওৱাৰ" প্রভৃতিই ভালেমান দিনলৈকে দেৱৰ বিৰহ বেথা সহি আছিল। গধূলি সায়ংসন্ধ্যা সমাপন কৰি বৃত্তমঞ্জৰীৰ টীকা লিখে। ৰচনাত তন্ময় হ'লে

* কলিকতাৰ সংস্কৃত-কলেজৰ; আৰু কাশীৰ গৱৰ্ণমেণ্ট কুইনছ কলেজৰ পণ্ডিত সকলৰ আসনতো ডাঙৰ গাঁৰু থকা দেখিছোঁ।

কেতিয়াবা ভোক-পিয়াহো পাহৰিছিল। সময়ে-সময়ে ৰাতি ভাত খোৱাত প্ৰায় বাৰটা-এটামান বাজিছিল।

***দেৱৰ ভোজ্যদ্ৰব্য আৰু পাককাৰ্য্যৰ শৃঙ্খলতা।*** পঁচিশ-বছৰ-বয়সলৈকে দেউ আমিষাশী আছিল। তাৰ পাচত এদিন ধৰ্ম্মশাস্ত্ৰ-মনুসংহিতাত "মৎস্যাদঃ সৰ্ব্বমাংসাদস্তস্মান্মৎস্যান্ বিবৰ্জ্জয়েৎ" এই বচন ফাঁকি পাই তেতিয়াৰ পৰা নিৰামিষভোজী হৈছিল। ঘিঁউ, গাখীৰ, আচাৰ তেওঁৰ বৰ প্ৰিয় বস্তু আছিল। দাইল কম পৰিমাণে খাইছিল, কাৰণ সময়ে-সময়ে তেওঁৰ পেটৰ অসুখ হৈছিল। প্ৰায় তৰকাৰী ৰান্ধিছিল।

তৰকাৰীকাটা, পাককৰা প্ৰভৃতি প্ৰত্যেক কাৰ্য্যতে তেওঁৰ এটি শৃঙ্খলতাৰ ভাব দেখা গৈছিল। দেৱে এদিন মোক কৈছিল যে,—"বাপা ভাতবোৰ চন্দ্ৰৰ ঘৈণীয়েক-বিলাকৰ দৰে গাৰে গাৰে লগা হব নেলাগে, টিলিকি মাৰিলে গোট্ গোট্ হব লাগে।" তেওঁৰ পাককৰা ঠাই আৰু ৰন্ধাপাত্ৰ দেখিলে কোনোৱে কব নোৱাৰে যে, সেই ঠাইত পাককৰা হৈছিল। ৰন্ধাত দেউ পৈণত আছিল; আৰু দাইল-তৰকাৰীত তেল নেখাইছিল, ঘিঁউ দি ফোৰণ দিছিল। তেওঁ ড়াঙৰ, সৰু কোনো কাৰ্য্যৰে বেমেজালি নকৰিছিল, আনক বেমেজালি কৰা দেখিলেও বৰ বেজাৰ পাইছিল। খোৱা-বিষয়তো পাৰিপাট্য আছিল; আৰু সদায় তৰ্পত কৰা পানী খাইছিল। দৈনিক ছুপোৱাকৈ গাখীৰ কিনিছিল।



***দেৱৰ অধ্যাপনা প্ৰণালী।*** পৰম-পূজনীয় ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ পাঠ্য-পুথি সমুখত ৰাখি পঢ়োৱা অভ্যাসটো প্ৰায় দেখা নগৈছিল। কেতিয়াবা ব্যাকৰণৰ ফক্কিকা নাইবা টান-বিষয়ত কিতাপ চাইছিল।

প্ৰথমে পাঠাৰ্থীক ব্যাকৰণৰ সূত্ৰ নাইবা শ্লোক আদি পঢ়িবলৈ দি, তাৰ পাচত উদাহৰণেৰে সৈতে বিশদকৈ বুজাই দিছিল। তেখেতৰ মেধা, স্মৃতি, প্ৰতিভা আৰু কৱিত্ব-শক্তি অসাধাৰণ আছিল। তেওঁ পাণিনি, ৰত্নমালা, কলাপ, মুগ্ধবোধ, সাৰস্বত; আৰু শাকটায়ন প্ৰভৃতি প্ৰায় বাৰ-চৈধ্যখনমান ব্যাকৰণৰ চৰ্চ্চা কৰিছিল; আৰু ব্যাকৰণৰ সূত্ৰবোৰ প্ৰায় কণ্ঠস্থ আছিল। অমৰকোশেও তেওঁৰ জিভাৰ আগত বাহ লৈছিল। যিটো বিষয়ত তেওঁৰ সংশয় হৈছিল, সেই বিষয়টো থিৰ নকৰি ছাত্ৰক হৈছে বুলি নকৈছিল। অধ্যৱসায়, একাগ্ৰতা আদি বহু সদ্গুণ থকাৰ বাবেই তেখেত এজন সুপ্ৰসিদ্ধ সংস্কৃত-কৱি হবলৈ পাৰিছিল।

***দেৱৰ গুৰু-ভক্তি।*** দেৱে তেখেতৰ জীৱন-বৃত্তান্ত সময়ে-সময়ে মোৰ আগত কৈছিল। কৈশোৰ-কালত তেওঁ উদ্ধত-স্বভাৱৰ আছিল। পঢ়াত আওকাণ আছিল। বাৰ-বছৰমান-বয়সত নাগৰকুছিৰ মোমায়েকৰ ঘৰত থাকি, তেওঁৰ জ্যেষ্ঠ মাতামহৰ ওচৰত মনপুতি ন-মাহমান ৰত্নমালা-ব্যাকৰণ পঢ়িছিল। লৰ মাত পঢ়াসময়ত তেওঁ বিশেষ গুৰুভক্তিৰ পৰিচয় দিছিল। দেৱে যেতিয়া লৰ মাৰ ৺ধৰ্ম্মপাল উপাধ্যায়ৰ

ওচৰত পঢ়িছিল, তেতিয়া উক্ত পণ্ডিতজনৰ কুষ্ঠৰোগৰ উপক্রম হৈছিল। মাজে-মাজে তেওঁৰ গাৰ বিহ উঠে। ৺ধীবেশ্বৰাচাৰ্য দেৱক গা টিপিবলৈ আজ্ঞা কৰিলত দেৱে ঘিণ নকৰি শিক্ষা-গুৰুৰ গা টিপিছিল। কেইবাদিনো গা পিহি দিয়াৰ পাচত উক্ত উপাধ্যায়ে দেউৰ শুশ্রূষাত পৰম সন্তুষ্ট হৈ গুৰু-ভক্তি-পৰায়ণ দেউক সৰ্ব্বান্তঃকৰণে আশীৰ্ব্বাদ দি কৈছিল যে,—"বাপা! তুমি অসমৰ ভিতৰত অদ্বিতীয় পণ্ডিত হবা।" *

***জ্যোতি-দৰ্শন।***—দেউ ৺কামাখ্যাধামৰ টোলত অধ্যাপনা কৰাৰ সময়ত এদিন এজন জ্যোতিষিক-পণ্ডিতে তেওঁৰ হাতৰ ৰেখা চাই কৈছিল যে, ৺ধীবেশ্বৰাচাৰ্য্য পূৰ্ব্ব-জন্মত "নীলসৰস্বতী"ৰ (তাৰা দেৱীৰ) উপাসক আছিল। সেই

* মন্তব্য—পাঠক-পাঠিকা সকল! এবাৰ দকৈ ভাবি চাওকচোন, গুৰুভক্তি আৰু গুৰুৰ আশীৰ্ব্বাদৰ কেনেকুৱা প্ৰভাৱ। উত্তৰকালত দেৱে গুৰুৰ আশীৰ্ব্বাদৰ ফল লাভ কৰিছিল। বৰ পৰিতাপৰ কথা যে, বৰ্ত্তমানে ধৰ্ম্মভূমি ভাৰতবৰ্ষত সদ্‌গুৰু আৰু সচ্ছিষ্যৰ অভাৱ ঘটিছে। যি ভাৰতত প্ৰাচীনকালত উদ্দালক, উপমন্যু, আৰুণি, ৱেদ, একলব্য আৰু অৰ্জ্জুন প্ৰমুখ্যে গুৰু-ভক্তি-পৰায়ণ শিষ্য-বৰ্গ ওপজিছিল, আজি দুৰ্দ্দৈৱক্ৰমে সেই তপোভূমি ভাৰতবৰ্ষত গুৰুদ্ৰোহী আৰু গুৰুনিন্দক শিষ্য আৰু ছাত্ৰৰ সংখ্যা, সুশিক্ষা আৰু সৎসঙ্গৰ অভাৱত দিনে দিনে বাঢ়ি যাবলৈ ধৰিছে। ভাৰতবৰ্ষত যেতিয়ালৈকে প্ৰাচীন আৰু শুভকৰ গুৰু-শিষ্য সম্বন্ধ সংস্থাপিত নহব, তেতিয়ালৈকে ভাৰতবাসী হিন্দু জাতিই উন্নতিৰ উচ্চ-শেখৰত উঠিবলৈ নোৱাৰিব।



পণ্ডিতজনে দেউক ৰাতি বিছনাতে বহি "নীলসৰস্বতী"ৰ এটি বীজ মন্ত্ৰ জপিবলৈ কৈছিল। দেৱে ৰাতি বিছনাত থাকি কিছুদিন সেই বীজ-মন্ত্ৰটো জপ কৰিলত, এদিন নিশা-কালত তেওঁ থকা ঘৰটোৰ উত্তৰফালৰ মাটিৰ দেৱালৰ ওপৰত এটি জ্যোতি দেখিছিল। সেইটো দেখি দেৱে সাপ বুলি অনুমান কৰি দেৱালৰ কাষলৈ যোৱাৰ পাচত পোহৰটো নাইকিয়া হল। দেৱে সেই জ্যোতিটো একে ঠাইতে কেবা-দিনো দেখিছিল। *

**মহামহোপাধ্যায় উপাধি লাভ।**—নীলাচলত থকা সময়ত, গুৱাহাটীৰ ভূতপূৰ্ব্ব ডেপুটি ম্যাজিষ্ট্ৰেট ৺প্ৰকাশ চন্দ্ৰ সিংহ মহাশয়ৰ চেষ্টাৰে গত ১৯১০ খৃষ্টাব্দৰ ১ লা জুনত, দেৱে অসম-চৰকাৰৰ পৰা বিশেষ সম্মান জনক "মহামহোপাধ্যায়" উপাধি লাভ কৰিছিল, আৰু সেইবাবে চৰকাৰৰ পৰা বাৰ্ষিক ১০০৲ এশ টকা বৃত্তিও পাইছিল।

দেউৰ প্ৰতিভা, কৱিত্ব-শক্তি, সাত্ত্বিকতা, সৰলতা; আৰু সৌজন্য আদি সদ্‌গুণাৱলীৰ দ্বাৰা ম্যাজিষ্ট্ৰেট মহাশয় সমাকৃষ্ট হৈছিল।

"গুণিনি গুণজ্ঞো ৰমতে নাগুণী গুণিনি পৰিতোষঃ।
অলিৰেতি বনাৎ কমলং ন হি ভেকস্ত্বেকবাসোঽপি॥"

*—কালীভক্ত সাধক-প্ৰৱৰ ৺ৰামকৃষ্ণ-পৰমহংসেও এবাৰ মুকলি পথাৰত জ্যোতি-দৰ্শন কৰি মূৰ্চ্ছিত হৈছিল।

অৰ্থাৎ গুণৰ মোল বুজা মানুহে গুণী মানুহৰ প্ৰতি আসক্ত হয়, গুণহীনে গুণৱন্তক ভাল নাপায়। ভোঁমোৰাই পদুমৰ মৌ-পান কৰিবলৈ হাবিৰ পৰা পদ্মবনলৈ যায়। কিন্তু ভেকুলীয়ে কমলৰ তলত বাস কৰিও পদ্মমধুৰ সোৱাদ নুবুজে। *

***শোক প্ৰকাশ আৰু হৰ্ষ প্ৰকাশ।***—গুৱাহাটীৰ উজান-বজাৰৰ ৺হেমচন্দ্ৰ গোস্বামী মহাশয়ৰ উদগণিত দেৱে ভূত-পূৰ্ব্ব ভাৰত-সম্ৰাট্ সপ্তম-এডৱাৰ্ডৰ মৃত্যু উপলক্ষে শোক-প্ৰকাশ; আৰু ভূতপূৰ্ব্ব পঞ্চম-জৰ্জ্জৰ ৰাজসিংহাসনত উঠাৰ বাবে হৰ্ষ-প্ৰকাশ নামেৰে দুখন সৰু খণ্ডকাব্য ৰচনা কৰিছিল। তাৰ পাচত নিজা হাতেৰে তৈয়াৰ কৰা সৰু সাঁচিপাতত দেৱনাগৰী আখৰেৰে বিতোপন কৰি লিখি অসম-চৰকাৰৰ জৰিয়তে লণ্ডনলৈ পঠোৱাইছিল। সেই বাবে দেউ বিশেষ প্ৰশংসাভাজন হৈছিল; আৰু ভূতপূৰ্ব্ব ভাৰত সম্ৰাট্ পঞ্চমজৰ্জ্জৰ পৰা এখন উচ্চ-প্ৰশংসা পত্ৰও পাইছিল। খণ্ডকাব্য দুখন ৰচনা কৰি পঠোৱাৰ কথাটো মই জানোঁ।

---

* মন্তব্য—স্বাৰ্থান্ধ, পৰশ্ৰীকাতৰ আৰু নীচাশয় মানুহে কেতিয়াও গুণীৰ গুণ প্ৰকাশ কৰিবলৈ ভাল নাপায়। ঠেক্ মনৰ মানুহৰ আগত কোনোৱে গুণীৰ গুণ প্ৰকাশ কৰিলতো হীন-স্বভাৱৰ লোকে গুণীৰ কেৱল দোষ কীৰ্ত্তন কৰে।

"মক্ষিকা ব্ৰণমিচ্ছন্তি গুণমিচ্ছন্তি সজ্জনাঃ।"

শিক্ষিত—ভদ্ৰলোকৰ ভিতৰতো বহুত পৰশ্ৰীকাতৰ আৰু অসূয়ক দেখা যায়।



খণ্ডকাব্য দুখন পদলালিত্য, ভাৱ-গৌৰৱ আৰু ৰচনা-সৌষ্ঠৱত অতি সুন্দৰ হৈছিল।

**৺কামাখ্যাধামত পতা উত্তৰবঙ্গ-সাহিত্য-সম্মেলনত** } বঙলা ১৩১৮ চনত ৺কামাখ্যাধামত, ৰাজসাহী জিলাৰ প্ৰৱীণ উকীল ৺শশধৰ ৰায় মহাশয়ৰ সভাপতিত্বত উত্তৰবঙ্গ-সাহিত্য-সম্মেলনৰ পঞ্চম অধিবেশন হৈছিল।

গুৱাহাটীৰ উকিল ৺কালীচৰণ সেন মহাশয়ৰ অনুৰোধত দেৱে বৈদিক-ছন্দেৰে "কামাখ্যাষ্টক" নামেৰে এটি সুৱলা সংস্কৃত-স্তোত্ৰ ৰচনা কৰি, উক্ত সভাত মঙ্গলাচৰণ-স্বৰূপে পাঠ কৰিছিল; আৰু সাঁচিপাত তৈয়াৰ কৰা সঁজুলিবোৰ সভ্য-সকলক দেখুৱাইছিল।

বঙলা ১৩২১ চনৰ পুহ-মাহত, ময়মনসিংহ জিলাৰ অন্তৰ্গত আঠাৰবাৰীৰ ভূম্যধিকাৰিণী স্বধৰ্ম্মনিষ্ঠা ৺জ্ঞানদা সুন্দৰী কিছুমান কৰ্ম্মচাৰীৰে সৈতে ৺কামাখ্যাদেৱী-দৰ্শন কৰিবলৈ আহিছিল। তেওঁৰ গুৰুদেৱ কালীকৃষ্ণ ভট্টাচাৰ্য্য সিদ্ধান্তশাস্ত্ৰী মহাশয়কো আনিছিল। তেওঁৰ গুৰুদেৱ কামৰূপৰ দঁতবাগাঁৱৰ ৺শিৱনাথ বুজৰবৰুৱা স্মৃতিতীৰ্থ মহাশয়ৰ সতীৰ্থ আছিল। ভূম্যধিকাৰিণীয়ে তেওঁৰ গুৰুদেৱৰ পৰামৰ্শমতে কামৰূপৰ বিশিষ্ট শাস্ত্ৰজ্ঞ সংস্কৃত-পণ্ডিতমণ্ডলীক ৺কামাখ্যা-ধামলৈ নিমন্ত্ৰণ কৰাইছিল। পণ্ডিতসকলক তীৰ্থক্ষেত্ৰত কিছু দান দিয়াটোৱে তেওঁৰ আচল উদ্দেশ্য আছিল।

যথাসময়ত প্ৰায় চল্লিশজনমান পণ্ডিত ৺কামাখ্যাধামলৈ নিমন্ত্রিত হৈ আহিছিল। গোঁসানীৰ বলিকটা-ঘৰত সভা বহিছিল। পণ্ডিতসকলৰ বাজেও গুৱাহাটীৰ কটন্ কলেজৰ সংস্কৃতৰ অধ্যাপক ৺পদ্মনাথ ভট্টাচাৰ্য্য এম্-এ, বিদ্যাবিনোদ, ফিলছফিৰ অধ্যাপক ৺সুৰেশচন্দ্ৰ দত্ত এম্-এ, ৺কালীচৰণ সেন উকিল প্ৰমুখ্যে কেইজনমান বিশিষ্ট ভদ্ৰলোক; আৰু স্থানীয় ভালেমান ব্ৰাহ্মণ দৰ্শক-স্বৰূপে সভাত উপস্থিত আছিল। তেতিয়া লেখক দেউৰ ছাত্ৰ। কুশেশ্বৰ ঝা নামেৰে এজন মৈথিল-পণ্ডিতে, পণ্ডিত-সম্মেলনৰ দুদিনমান আগতে মোক কলে যে,—"ভূম্যধিকাৰিণীৰ গুৰুদেৱক কৈ তেওঁকো নিমন্ত্ৰণ কৰাব লাগে।" কথাষাৰ মই সিদ্ধান্তশাস্ত্ৰী মহাশয়ক কোৱাত, মৈথিল-পণ্ডিতজনো নিমন্ত্ৰিত হ'ল। ময়ো সভাত উপস্থিত আছিলোঁ। দুপৰীয়া সভা বহিলত, ৺সুৰেশ চন্দ্ৰ দত্তে দেউক কলে যে,—"কবিৰত্ন মশায়, আপনি সংস্কৃত-সঞ্জীবনী-সুধা আমাদের কৰ্ণকুহরে বৰ্ষণ না করিলে কে করিবে ?" তেওঁৰ কথা শুনি দেৱে দেৱ-ভাষাৰে এটি প্ৰাঞ্জল; আৰু শ্ৰুতি-মধুৰ বক্তৃতা দি উপস্থিত সভ্যসকলৰ মনোৰঞ্জন কৰিছিল। কুশেশ্বৰ ঝা ব্যাকৰণতীৰ্থ মহাশয়ে তিনি-চাৰি পিঠিমান ৰাণী শব্দৰ ব্যাখ্যা সংস্কৃতেৰে লিখি আনিছিল। ব্যাখ্যা খিনি পঢ়িবলৈ আৰম্ভ কৰিলত, ৺পদ্মনাথ ভট্টাচাৰ্য্যে হাঁহি হাঁহি কলে যে,—"স্বয়ং কালিদাস এব, পঠ্যতাম্, পঠ্যতাম্।" তেওঁৰ তেনেকুৱা কথা শুনি শ্ৰোতাবিলাকে বেজাৰ পাইছিল।



পণ্ডিতজনে বিদ্যাবিনোদৰ উপলজ্ঞা সহ্য কৰি প্ৰবন্ধটো পঢ়ি শেষ কৰিলে। তেওঁ বহাৰ পাচত কেইজনমান বঙালী ভদ্ৰলোকে কলে যে—"পণ্ডিত-সভায় শাস্ত্ৰীয় বিচারাদি হওয়া বাঞ্ছনীয়।" সেই কথা শুনি ৰাণীৰ গুৰুদেৱে কলে, "বিচারের প্রয়োজন নাই, পণ্ডিতমণ্ডলীকে যৎকিঞ্চিৎ দান দেওয়াই আমাদের প্রধান উদ্দেশ্য।" তেওঁৰ কথা মতে কোনো শাস্ত্ৰীয় বিচাৰ নহল। তাৰ পাচত কোন পণ্ডিতে কি ৰকমৰ বিদায় পোৱা উচিত, সেই বিষয়ে কাণাকাণি চলিব ধৰিলে। ৰাণীৰ গুৰুদেৱে পূজ্যপাদ মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কবিৰত্ন-দেৱৰ বাবে প্ৰধান বিদায়টোৰ ব্যৱস্থা কৰি ৰাখিছিল।

সেই কথা জানি গুৱাকুছিৰ ৺লক্ষ্মীনাথ পঞ্চতীৰ্থ আৰু ৺মহীনাথ বিদ্যাৰত্ন মহাশয়ৰ গাৰ পোৰণি উঠিল। তেওঁলোকে আপত্তি কৰি ক'লে যে,—"মহামহোপাধ্যায়ে কি কাৰণে আন আন পণ্ডিততকৈ বেছি বিদায় পাব।" মহাতীৰ্থলৈ দান লবলৈ আহিছোঁ, বিদায়ৰ কোনো তাৰতম্য হোৱা উচিত নহয়। বঙ্গদেশত এটি দস্তুৰ আছে যে, নৈয়ায়িক পণ্ডিতে আন আন বিষয়ৰ পণ্ডিতকৈ প্ৰধান বিদায় পায়। গতিকে নৈয়ায়িক-পণ্ডিতৰ বিদায়টো আন আন পণ্ডিততকৈ এটকা-দুটকামান বেছি হোৱা উচিত। বিদায়ৰ বিষয়ে উক্ত পণ্ডিত-দুজনে বৰকৈ বাগ্‌বিতণ্ডা কৰিছিল।

কিন্তু গুণগ্ৰাহী, সংস্কৃত-বিদ্যানুৰাগী শিক্ষিত-বঙ্গবাসীয়ে গুণীৰ যথাযোগ্য সম্মান কৰিবলৈ কুণ্ঠিত নহয়। ৰাণী ৺জ্ঞানদা

সুন্দৰীৰ গুৰুদেৱ কালীকৃষ্ণ ভট্টাচাৰ্য্য সিদ্ধান্ত-শাস্ত্ৰী মহাশয়ে দেউৰ প্ৰতি ঈৰ্ষ্যাযুক্ত কথাত আওকাণ কৰি, বিশিষ্ট সম্মান-ভাজন, বয়োবৃদ্ধ, মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কৰিৰত্ন-দেৱক প্ৰধান-বিদায় দি সম্বৰ্দ্ধনা কৰিলে।

দেৱে প্ৰধান বিদায় পালে নগদ দহ টকা, এখন পশমী-বগা-আলোৱান, আৰু এখন ৰূপাৰ ৰিকাপি। আন আন পণ্ডিতে নগদ পাঁচ টকা, অহা-যোৱা খৰচ, এখন পশমী বগা-আলোৱান আৰু এখনকৈ ৰূপাৰ ৰিকাপি পালে।

আবেলি মৈথিল-পণ্ডিত কুশেশ্বৰ ঝা ব্যাকৰণতীৰ্থে গোঁসানীৰ ভোগঘৰৰ কাষত, কামৰূপীয় এজন পণ্ডিতক গীত-গোবিন্দৰ "ললিত-লৱঙ্গ-লতা-পৰিশীলন-কোমল-মলয়-সমীৰে" এই ফাঁকি ব্যাখ্যা কৰিবলৈ কোৱাত, পণ্ডিতজনে ভালমতে ব্যাখ্যা কৰিবলৈ নোৱাৰিলে, এনে সময়তে মাননীয় দেউ সেই ফালে গৈছিল। দেৱে উক্ত ফাঁকিটো ভালকৈ ব্যাখ্যা কৰিলত মৈথিল-পণ্ডিতজন নিমাত হ'ল। দেউ তাত উপস্থিত হোৱাৰ আগতে সেই ঠাইত তিনি-চাৰিজনমান পণ্ডিত আছিল। সিদিনা ৰাতি এজন পাণ্ডাৰ ঘৰত, কালীকৃষ্ণ ভট্টাচাৰ্য্য, ৺লক্ষ্মীনাথ পঞ্চতীৰ্থ, ৺ধীৰেশ্বৰাচাৰ্য্য আৰু কেইবা-জনো ভদ্ৰলোকে কথা পাতি থাকোঁতে, সিদ্ধান্ত-শাস্ত্ৰীই দেউক কিবা এটি কথা সোধাত, দেৱে অলপ সময় চকু বুজি উত্তৰ দিলত, সিদ্ধান্ত-শাস্ত্ৰীই মিছিকীয়াই হাঁহি কলে যে,—"এইৰূপ তন্ময় না হলে কি? নিৰ্ভুল উত্তৰ দেওয়া সম্ভবপর হ'তে পারে।"



**কৰিৰত্ন-দেৱৰ স্বদেশ-বাৎসল্য।** এদিনাখন ৺কামাখ্যা-তীৰ্থৰ এজন পুৰোহিতে গোঁসানীৰ উত্তৰ-দুৱাৰৰ ভিতৰৰ কাষত বহি চণ্ডী-পাঠ কৰি আছিল। তাৰ পাচত সেই সময়ত এজন বঙালী পণ্ডিতেৰে সৈতে ঢাকা জিলাৰ ধানকোঁৱাৰ জমিদাৰ মহাশয়ে ভগৱতীৰ দৰ্শন কৰিবলৈ যোৱাত, জমিদাৰৰ পণ্ডিতজনে পুৰোহিতজনৰ চণ্ডীপাঠৰ ভুল দেখুৱাই জমিদাৰক কলে যে,—"পাৰ্ব্বত্য-প্ৰদেশ কিনা, সুতরাং বিশুদ্ধ উচ্চারণ হয়না, জিহ্বাই জড়তা রয়েছে;" দৰ্পহাৰিণী ভগৱতীৰ ইচ্ছাত ঠিক সেই সময়তে আমাৰ পূজ্যপাদ ৺ধীৰেশ্বৰাচাৰ্য্যদেৱেও গোঁসানীৰ দৰ্শন কৰিবলৈ যোৱাত, পুৰোহিত আৰু দেশৰ নিন্দাবাদ শুনি কুপিত হৈ পণ্ডিতম্মন্য বুধবৰক কলে যে,—"মহাশয়! আপনি কি জিহ্বা পরীক্ষক? সেইজন্য দেশের নিন্দা করিতেছেন। আজ আপনি একখানি জিহ্বার পরীক্ষা করে দেখুন দেখি কি রকম পান।

মহাশয় জানেন কি? আমরা আসামবাসী, প্রায় ক্ষার খেয়ে থাকি। সুতরাং আমাদের জিহ্বা পরিষ্কার থাকে। আর আপনারা বঙ্গবাসী, বিশেষতঃ আপনি জমিদার-বাড়ীর দ্বার-পণ্ডিত। সর্ব্বদায় ঘিঁ, রসগোল্লা, কাচাগোল্লা, লাল-মোহন, ক্ষীরমোহন, পানীতোয়া, জিলাপি আদি খেয়ে থাকেন, সুতরাং আপনাদের রসনা জড় না হয়ে হবে কি আমাদের? আপনি ভেবে দেখুন, বঙ্গদেশকে নিন্দা করলে আপনার গায়ে কেমন লাগবে। আর আপনারা যে বিশুদ্ধ উচ্চারণ

কৰেন, তার প্রমাণ লক্ষী, ভীষ্ম, এবং আত্ত প্রভৃতিতে পাওয়া যায়। মহাশয়! আপনি বোধ করি মায়ের দর্শন করিবার জন্য আসেন নাই, এসেছেন শুধু দেশনিন্দা করিবার জন্য জিহ্বা পরীক্ষক হয়ে। মহাশয়! দয়া করে বলুন দেখি "যত্ন কয়বিধ?" বঙালী পণ্ডিতজনে বিচুৰ্তি খাই লাহেকৈ উত্তৰ দিলে,— "যত্ন আবার কি, চেষ্টা করে বলিলেই হয়।" দেৰে চেলু পাই তেওঁক আকৌ সুধিলে, মহাশয়ের কোন ব্যাকরণ পড়া আছে? তেওঁ উত্তৰ দিলে "মুগ্ধবোধ"। দেৰে ডাঠ্কৈ কলে,— "ঘোড়ার ডিম ব্যাকরণ, মুগ্ধবোধো আবার একখানি ব্যাকরণ"। দেৰে সুধিলে,— "মহাশয়ের পাণিনীয়-ব্যাকরণ দেখা আছে কি? বঙালী পণ্ডিতজনে কলে 'না'।

দেৰে কলে "তাইত মহাশয়! "গণ্ডুষ-জলমাত্রেণ সফরী ফর্ফরায়তে"। বঙালী পণ্ডিতজনে অলপ সুৰ বদলাই দেৰক সুধিলে যে,—"মহাশয়ের কি পাণিনীয়-ব্যাকরণ অধ্যয়ন করা আছে?" দেৰে কলে আছে।

যি হওক এইভাবে বঙালী পণ্ডিতজন কৰিৰত্নদেৰৰ বাক্য-বাণেৰে জৰ্জ্জৰিত হৈ, হৃদয়ত বৰকৈ আঘাত পাই কাঠৰ পুতলিৰ নিচিনা থিয় দি থাকিল। তুনাই কোনো কথা কবলৈ সাহ নকৰিলে।

আনফালে জমিদাৰজনেও তেওঁলোকৰ ৰেহ-ৰূপ দেখি ৰ লাগি আছিল। তাৰ পাচত জমিদাৰজনে দেউক সম্বোধি



কলে,—"পণ্ডিত মহাশয়! অপরাধ ক্ষমা করবেন। আমরা মায়ের দর্শন করতে এসেছি, বিলম্ব হয়ে গেল। দয়া করে বিকাল বেলা আপনি অমুক পাণ্ডার বাসায় আমার-সঙ্গে দেখা করিলে কৃতার্থ হইব।" এই কথা কৈ তেওঁলোকে মন্দিৰত সোমাল।

দেৰেও ভগৱতীৰ দৰ্শন কৰি বাহ্লৈ গ'ল। তাৰ পাচত জমিদাৰজনে তেওঁৰ পণ্ডিতজনক কৈছিল যে,—"আপনি কি জানেন না সর্ব্বত্র বিদ্বান্ লোক থাকেন? আপনি আজ বঙ্গদেশের নাকটি কাটালেন। বিশেষতঃ একজন অস্থি-চর্ম্ম-সার পণ্ডিতের নিকট অপদস্থ হয়ে গেলেন। ভবিষ্যতে যেন কোন জায়গায় এরকম না করেন।"

সিদিনা আবেলি দেৰে জমিদাৰজনৰ অনুৰোধ উপেক্ষা নকৰি তেওঁৰ তালৈ গৈছিল। তাৰ পাচত জমিদাৰ মহাশয়ে দেউৰে সৈতে কিছু সময় আলাপ কৰি, আপ্যায়িত হৈ পাঁচ টকা বিদায় দিছিল; আৰু বঙালী পণ্ডিতজনেও ক্ষমা প্ৰাৰ্থনা কৰিছিল।

এবাৰ দেউৰ সাক্ষাতত কোনো এজন বঙালীয়ে কৈছিল যে,—"আসামে আর্য্যসভ্যতা খুব অল্পদিনের।" তেনেকুৱা কথা শুনি স্বদেশ-প্ৰেমিক ৺ধীৰেশ্বৰাচাৰ্য্যদেৰৰ ধমনিত তপত তেজ সঞ্চালিত হৈছিল। তাৰ পাচত দেৰে ততালিকে বঙালীজনক কলে যে,—"না মহাশয়। আপনার সম্পূর্ণ ভুল ধারণা, আসামেই সর্ব্বাগ্রে মনুষ্যের সৃষ্টি হয়েছিল।

ভূগোল দেখেছেন ত? আসাম প্রদেশ কত উচ্চ। বঙ্গদেশ নদ-নদী-স্রোত-বিক্ষিপ্ত বালুকা-কাঁদার দ্বারা গঠিত। আপনাদের দেশে প্রথমতঃ শম্বুক আদির-সৃষ্টি হয়েছিল, তার পরে মানুষ।"

এবাৰ দ্বাৰবঙ্গৰ স্বৰ্গত মহাৰাজ ৺ৰামেশ্বৰ সিংহ ৺কামাখ্যা-তীৰ্থলৈ অহাত, দেৱে তেখেতৰ কনিষ্ঠা কন্যা ৺ভাৰতীক লগত লৈ ৰজাৰ সাক্ষাৎ কৰিবলৈ গৈছিল।

তাৰ পাচত মহাৰাজে দেউৰ সংস্কৃতেৰে বাক্যালাপ, উচ্চাৰণৰ বিশুদ্ধতা আৰু মাধুৰ্য্য শুনি সুধিছিল যে,—"পণ্ডিতজী আপনে দাক্ষিণাত্যমে অধ্যয়ন কিয়া থা?" তচ্ছ্রুত্বা দেৱোঽব্ৰবীৎ নাহং দাক্ষিণাত্যেঽধীতবান্; পৰন্তু স্বকীয়াধ্যৱসায়েন পাণিনীয়-শিক্ষানুসাৰেণ চ ময়া উচ্চাৰয়িতুং ভৃশং প্ৰয়ত্নঃ কৃতঃ।" দেউৰ উত্তৰ শুনি মহাৰাজে তেখেতক অশেষ প্ৰশংসা কৰিছিল। মহাৰাজো সংস্কৃত-শাস্ত্ৰজ্ঞ আছিল।

৺কামাখ্যাধামত থকা কালছোৱাত, দেৱে তেখেতৰ পাণ্ডিত্য, অসামান্য-কবিত্ব; আদৰ্শস্থানীয় সদ্‌গুণৰাজি প্ৰকাশ কৰিবলৈ বহুত সুযোগ পাইছিল। কাৰণ ভাৰতবৰ্ষৰ নানান্ ঠাইৰ পৰা ৺কামাখ্যা-দেৱী-দৰ্শন কৰিবলৈ অহা বহু-শাস্ত্ৰজ্ঞ পণ্ডিত সকলেৰে সৈতে তেওঁৰ প্ৰায় আলাপ-পৰিচয় হৈছিল। কোনো শ্ৰেষ্ঠ-পণ্ডিত আহিলত, তেওঁ স্বৰচিত সটীক-বৃত্ত-মঞ্জৰী-ছন্দোগ্ৰন্থখন দেখাইছিল। তীৰ্থলৈ অহা বিখ্যাত পণ্ডিতসকলে বৃত্তমঞ্জৰীখন চাই দেউৰ অসাধাৰণ কবিত্ব-শক্তিৰ প্ৰশংসা কৰিছিল।



এবাৰ বোম্বাইৰ পৰা হাঠীভাই শাস্ত্ৰী নামেৰে এজন বিখ্যাত পণ্ডিত ৺কামাখ্যা-দেৱী-দৰ্শন কৰিবলৈ আহিছিল। তাৰ পাচত দেৱে তেওঁৰ ওচৰলৈ গৈ বৃত্তমঞ্জৰীখন চাবলৈ দিলত, শাস্ত্ৰী মহাশয়ে ভালমতে চাই দেউৰ অদ্ভুত প্ৰতিভা আৰু কবিত্ব-শক্তিৰ পৰিচয় পাই আনন্দিত হৈ প্ৰফুল্লমনেৰে দেউক অতিশয় প্ৰশংসা কৰিছিল।

সংস্কৃত-উচ্চাৰণৰ বিশুদ্ধতা, মাধুৰিমা, পাৰিপাট্য, দেৱ-বাণীৰে অনৰ্গল বক্তৃতা; আৰু কথোপকথন, ততালিকে শ্লোক ৰচনা কৰা আদি বিষয়ত; আৰু শব্দশাস্ত্ৰত দেউৰ দৈৱীক্ষমতা আৰু অশেষ পাৰদৰ্শিতা আছিল। বৈদিক-কৰ্ম্মকাণ্ডৰ মন্ত্ৰবিলাকৰ অৰ্থ আৰু তাৎপৰ্য্যও বিশেষভাবে বিদিত আছিল। স্বতন্ত্ৰভাবে যি কোনো বিষয়ৰ চিন্তা আৰু সমালোচনা কৰা-টোও দেউৰ জীৱনৰ এটি বৈশিষ্ট্য আছিল। তেওঁৰ হাতৰ অসমীয়া আৰু দেৱনাগৰী আখৰবোৰ অতি ধুনীয়া আছিল; আৰু আখৰবোৰ গোট্ গোট্কৈ লিখিছিল। পুৰণি প্ৰথা মতে কলমটো মুঠিমাৰি লিখিছিল। তেওঁ সাঁচিপাত আৰু সাঁচিপতীয়া চিঁয়াহীও তৈয়াৰ কৰিব পাৰিছিল।

দেৱে নীলাচলীয়া ল'ৰাবিলাকৰ বুদ্ধিমত্তাৰ প্ৰশংসা কৰিছিল। তেওঁ কেতিয়াবা মৃতকৰ বৃষোৎসৰ্গত গীতা নাইবা বিৰাট পাঠ কৰিবলৈ নিমন্ত্ৰিত হৈছিল। সময়ে-সময়ে প্ৰায়শ্চিত্ত আদিৰ শাস্ত্ৰীয়-ব্যৱস্থা লবলৈ দেৱৰ ওচৰলৈ গৈছিল। জন্মান্তৰীয়-সংস্কাৰ, সাধনা আৰু ইহজন্মৰ বিপুল

অধ্যৱসায় নাথাকিলে এজন মানুহৰ অন্তৰত অশেষ সদ্‌গুণৰ সমাবেশ হব নোৱাৰে।

গুৱাহাটীৰ কটন্-কলেজৰ ছাত্ৰাবাসত তেওঁ কেইবছৰমান সৰস্বতী-পূজা কৰিছিল। * উজান বজাৰৰ ৺মহেশ্বৰ গোস্বামীৰ দেউ বৰ প্ৰিয়পাত্ৰ আছিল; আৰু প্ৰতি বছৰে দোল-যাত্ৰাৰ দিনা দেউ তেওঁৰ ঘৰলৈ নগলে বেজাৰ পাইছিল।

দেৱে ৺কামাখ্যাধামৰ টোলত থকা সময়ত ৺কালীচৰণ সেন উকিল, ৺লক্ষ্মীনাথ শৰ্ম্মা খাজাঞ্চিক সুন্দৰকৈ ভুৱন কালীপূজাৰ বিধি; আৰু ৺মহেশ্বৰ গোস্বামীক এখন সন্ধ্যা-বিধি সাঁচিপাতত লিখি দিছিল। তেওঁ পুথি, দা, কুঠাৰ, কটাৰী আৰু ফুল গছক বৰকৈ আদৰ-যত্ন কৰি ৰাখিছিল।

*—সৰস্বতী-পূজা উপলক্ষে প্ৰতিবছৰে কটন্-কলেজত সাৰস্বত-সম্মেলন হৈছিল। সেই সম্মেলনত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে সংস্কৃত-ভাষাৰে বক্তৃতা দিছিল। তেওঁৰ সংস্কৃত-বাক্যাৱলী সৰল; আৰু প্ৰসাদ-গুণবিশিষ্ট হোৱাৰ কাৰণে শ্ৰোতৃ-মণ্ডলীয়ে পৰম পৰিতোষ পাইছিল। এবাৰ কলিকতাৰ পৰা দুজন কলেজৰ অধ্যাপক গুৱাহাটীলৈ আহিলত, সাৰস্বত-সম্মেলনলৈ নিমন্ত্ৰিত হৈছিল। তাৰ পাচত তেওঁলোকে আচাৰ্য্যদেৱৰ প্ৰাঞ্জল, সুললিত-সংস্কৃত-বক্তৃতা শুনি দেউক উচ্চ প্ৰশংসা কৰি কৈছিল যে, বৰ্ত্তমানে সংস্কৃত-পণ্ডিতমণ্ডলীৰ ভিতৰত দেউৰ দৰে সৰল-সংস্কৃতেৰে বক্তৃতা দিব পৰা পণ্ডিতৰ সংখ্যা নিচেই তাকৰ।

এই কথাখিনি গুৱাহাটীৰ অসমীয়া-সাহিত্যিক ৺সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকীৰ পৰা শুনিছিলোঁ।



তেওঁ নিজে পাক কৰি খাইছিল; আৰু অতিশয় গল্প-প্ৰিয় আছিল। সাধাৰণ মানুহেৰে সৈতে কথা পাতিও সুখ পাইছিল। এনে কি গল্প কৰি থাকোঁতে কেতিয়াবা স্নান-আহাৰতো পলম হৈছিল। তেওঁ এদিন মোক সুধিছিল যে,—"বাপা ভোকৰ মূৰ্ত্তি কেনেকুৱা হে?" মই দেউৰ তেনেকুৱা বালসুলভ প্ৰশ্ন শুনি, মিচিকিয়া-হাঁহিৰে কলোঁ, দেউ! ভোক কাক বোলে আপুনি গম নেপাই নে? আমাৰ ভোক লাগিলে, আনৰ কথা শুনিবলৈ ভাল নালাগে; আৰু পেটে কোঁৰকোঁৰকৈ মাতে। তাকে শুনি দেৱে কৈছিল,—"বাপা! বুঢ়া হলোঁ, ভোক কি ৰকমৰ আজিলৈকে নেজানিলোঁ। কৰিৱৰ ইটোও এটা হাস্য-ৰসৰ কথা।

এদিন তেওঁ মোৰ আগত কৈছিল যে,—"তেখেতৰ এবাৰ বৰ টান-নৰিয়া হৈছিল; আৰু সৰ্ব্বাঙ্গে পানীজোলাও ফুটিছিল। গতিকে জীৱনৰ আশা এৰিবলগীয়া হৈছিল। দেৱে ভাবিলে মৃত্যু ওচৰ চাপিছে। ভৱৰোগহাৰী ভগৱন্ত শ্ৰীহৰিৰ মহিমাকীৰ্ত্তন বিনে আন উপায় নাই। এই কথাষাৰৰ প্ৰতি থিৰ বিশ্বাস কৰি, তেওঁ নিতৌ যথাবিধি, যথাশক্তি দ্বাদশস্কন্ধ শ্ৰীমদ্ভাগৱত-মহাপুৰাণখন পাঠ কৰি শেষ কৰিছিল। ঐকান্তিক-ভক্তৰ ওপৰত ভগৱন্তৰ অপাৰ কৰুণা। ভাগৱত-পাঠ শেষ হোৱাৰ পিচৰ পৰা দেউ লাহে লাহে ৰোগমুক্ত হৈছিল। *

*—কলিকতা সংস্কৃত-কলেজৰ ভূতপূৰ্ব্ব বেদান্তদৰ্শনৰ অধ্যাপক মাননীয় মহামহোপাধ্যায় ৺লক্ষ্মণশাস্ত্ৰী মহাশয়ৰ এবাৰ দুৰাৰোগ্য

৺কামাখ্যাধামৰ টোলত দেউ প্ৰায় ন-দহ-বছৰমান আছিল ; দেৱে প্ৰতিবছৰে দুৰ্গাপূজা ; আৰু বাসন্তীত গোৱালপাৰা জিলাৰ বিজ্‌নী ষ্টেটলৈ গৈছিল । সেইবাবে কোনোবাৰ

---

"গুল্মৰোগ" হৈছিল। বহুবিধ চিকিৎসাৰ দ্বাৰা তেওঁৰ কোনো উপকাৰ হোৱা নাছিল। তাৰ পিচত ভাগ্যবশতঃ এদিন এজন সন্ন্যাসীৰে সৈতে তেওঁৰ দৰ্শনলাভ ঘটে। শাস্ত্ৰী মহাশয়ে সন্ন্যাসীজনক তেওঁৰ গুল্মৰোগৰ কথা কোৱাত, সন্ন্যাসীজনে তেওঁক কৈছিল যে, তেওঁৰো গুল্মৰোগ হৈছিল। কোনো ঔষধে গুণ কৰা নাছিল। তাৰ পিচত সন্ন্যাসীজনে ৰোগমুক্তিৰ কাৰণে অগস্ত্য-ঋষিয়ে শ্ৰীৰামচন্দ্ৰক ৰাৱণ বধৰ নিমিত্তে উপদেশ দিয়া "আদিত্য-হৃদয়-স্তোত্ৰ"টো ভক্তিভাবে কিছুদিন পাঠ কৰাৰ পাচত ৰোগমুক্ত হৈছিল। সন্ন্যাসীজনে আদিত্য-হৃদয়-স্তোত্ৰটো ৺লক্ষ্মণ শাস্ত্ৰীক পাঠ কৰিবলৈ পৰামৰ্শ দিয়াত, শাস্ত্ৰী মহাশয়েও বিশ্বাসপূৰ্ব্বক ভক্তিভাবে স্তোত্ৰটো কেইবাদিনো পাঠ কৰাৰ পাচত গুল্মৰোগৰ পৰা মুক্ত হৈছিল।

মই কলিকতাৰ সংস্কৃত-কলেজত পঢ়াসময়ত, এদিন মোৰ শিক্ষা-গুৰু পূজ্যপাদ মহামহোপাধ্যায় ৺সকল নাৰায়ণ শাস্ত্ৰী মহোদয়ে ৺লক্ষ্মণ শাস্ত্ৰীক কৈছিল যে, তেখেতৰ অৰ্শোৰোগ হৈছে। কোনো ঔষধৰ দ্বাৰা উপকাৰ পোৱা নাই। তাকে শুনি ৺লক্ষ্মণ শাস্ত্ৰী মহাশয়ে মোৰ শিক্ষা-গুৰু মহোদয়ক যথাবিধি বাল্মীকি-ৰামায়ণোক্ত আদিত্য-হৃদয়-স্তোত্ৰটো পাঠ কৰিবলৈ পৰামৰ্শ দিয়াত, মোৰ শিক্ষাগুৰুদেৱে তেতিয়াই কলেজৰ গ্ৰন্থাগাৰৰ পৰা মোৰ হতুৱাই ৰামায়ণখন অনাই আদিত্য-হৃদয়-স্তোত্ৰটো লিখি লৈছিল।

শাস্ত্ৰত পোৱা যায় যে,—"আৰোগ্যং ভাস্কৰাদিচ্ছেৎ।" অৰ্থাৎ সূৰ্য্যদেৱৰ পৰা আৰোগ্য লাভৰ কামনা কৰিব।



যথাসময়ত ৺কামাখ্যাধামৰ টোললৈ অহাত পলম্ হৈছিল ; আৰু সময়ে সময়ে কাৰ্য্য উপলক্ষে নিজৰ ঘৰলৈও গৈছিল । সেইবাবে ৺কামাখ্যাটোলৰ কাৰ্য্যনিৰ্ব্বাহক-কমিটিয়ে বেজাৰ পাইছিল । ৺কামাখ্যাধামৰ কিছুমান স্বাৰ্থান্ধ মানুহে দেউক সময়ে-সময়ে নিন্দাও কৰিছিল । সুবিদ্বান্, কৱি. সাহিত্যিক, গুণৱন্ত, সত্যনিষ্ঠ, সৌন্দৰ্য্যপ্ৰিয়, ন্যায়পৰায়ণ আৰু স্বাধীনচেতা শ্ৰেষ্ঠ-পুৰুষ-সকলক নিন্দা কৰাটো মূৰ্খ, ধূৰ্ত্ত আৰু ঠেক মনৰ মানুহৰ এটা দুৰাৰোগ্য ব্যাধি ।

যি হওক নানা কাৰণে ৺কামাখ্যাধামৰ টোলত দেউৰ থাকিবলৈ ইচ্ছা নোহোৱা হ'ল । ৺কামাখ্যাধামৰ টোলত নাথাকে বুলি এদিন দেৱে মোক কলে । কথা আষাৰ শুনি আমাৰ বৰ দুখ লাগিল । কাৰণ তীৰ্থস্থানত দেউৰ নিচিনা এজন সুবিখ্যাত সংস্কৃত-কৱি নিগাজীকৈ থকা বাঞ্ছনীয় । কিছুদিনৰ পাচত দেৱে কাৰো হকা-বাধা নেমানি নিজৰ ঘৰলৈ গ'ল ।

মই তেতিয়া ব্যাকৰণৰ মধ্য-পৰীক্ষাৰ কাৰণে পাণিনীয়-সিদ্ধান্ত-কৌমুদী-ব্যাকৰণ পঢ়িছিলোঁ । দেউ ঘৰলৈ যোৱাৰ বাবে আমি মৰ্ম্মাহত হৈছিলোঁ । যিহেতু তেখেতে ৺কামাখ্যা-ধামৰ টোলত থাকি দেশৰ গৌৰৱ-বৃদ্ধি কৰিছিল । তাৰ পাচত মই দেউৰ ঘৰলৈ গৈ তিনিমাহমান থাকি, অসুবিধা হোৱাৰ কাৰণে ঘৰলৈ আহিলোঁ । মই দেউৰ ঘৰত থকা-সময়ত দেউক আকৌ নীলাচললৈ আনিবলৈ ৺ৰাজচন্দ্ৰ শৰ্ম্মা

আৰু শ্ৰীৰামপ্ৰসাদ শৰ্ম্মা দেউৰ ঘৰলৈ গৈছিল। দুয়োজনে দেউক ববকৈ কাকুতি কৰি কলে যে,— "দেউ! আপুনি দয়া কৰি আকৌ ৺কামাখ্যাধামৰ টোললৈ যাব লাগে। আপুনি গুচি অহাৰ বাবে আমি বহুতে দুখ পাইছোঁ। আমি আপোনাক নিবলৈ আহিছোঁ। কিন্তু দেউ দুনাই ৺কামাখ্যাধামৰ টোললৈ আহিবলৈ মান্তি নহল।

---

## ১০। উত্তৰ-গুৱাহাটীৰ আউনীআটী-সত্ৰ বাহৰত।

নীলাচলত থকাসময়ত দেৱে এদিন মোক কৈছিল যে,— "বাপা! তোমালোকৰ নীলাচলত থকা বৰ টান। পানীৰ অভাৱ, বিশেষকৈ ব্ৰাহ্মণৰ ল'ৰাবিলাকেও মনোযোগেৰে পৰিশ্ৰম কৰি সংস্কৃত নপঢ়ে। আউনীআটী-সত্ৰৰ অধিকাৰেৰে সৈতে উত্তৰ-গুৱাহাটীৰ বাহৰত কথা-বতৰা হৈছে। অধিকাৰে মোক তালৈ নিব খুজিছে। তুমি ইচ্ছা কৰিলে মোৰ লগত ওলাব পাবা।" তেতিয়া দেউৰ ওচৰত পঢ়িবলৈ মোৰো বৰ আগ্ৰহ আছিল। দেৱে ৺কামাখ্যাধামৰ পৰা ঘৰলৈ গৈ, কেইমাহমানৰ পাচত উত্তৰ-গুৱাহাটীত থকা আউনীআটী-সত্ৰবাহৰলৈ গৈ তিনিমাহমান আছিল। ময়ো তিনি-মাহমান থাকি



পঢ়িছিলোঁ। ৺কমলদেৱ গোস্বামী অধিকাৰ মহাশয়ে দেউক মাহে চল্লিশ টকাকৈ দিছিল। ময়ো মাহে ছ-টকাকৈ পাইছিলোঁ। তাত এখন সংস্কৃত-টোল আছিল। সেই টোলত দেউ প্ৰধান-পণ্ডিত হৈছিল।

দেৱে ছাত্ৰবিলাকক ব্যাকৰণ আদি শিক্ষা দিয়াৰ বাজেও দুপৰীয়া নামঘৰত ভকত বিলাকৰ আগত শ্ৰীমদ্ভাগৱত পাঠ কৰি বুজাইছিল।

---

## ১১। নিজৰ ঘৰত মৃত্যুলৈকে।

কামৰূপৰ পাণ্ডুলা-গাৱঁৰ অধিবাসী ৺দামোদৰ-ধামৰ ভূত-পূৰ্ব্ব সম্পাদক ৺হৃদয়চন্দ্ৰ পাটোৱাৰীয়ে ৺দামোদৰ-ধাম প্ৰতিষ্ঠিত হোৱাৰ পাচত, এদিন উত্তৰ-গুৱাহাটীৰ আউনীআটী-সত্ৰবাহৰলৈ গৈ দেউক নিজৰ ঘৰলৈ আনিবলৈ অনুৰোধ কৰিলে। দেৱে বিবেচনা কৰি নিজৰ বাৰ্দ্ধক্যৰ কালে চাই পাটোৱাৰীৰ কথাত সম্মত হৈ কিছুদিনৰ পাচত ঘৰলৈ গ'ল। তেতিয়াৰ পৰা দেৱে ঘৰত থাকি ৺দামোদৰ ধামৰ সংস্কৃত-বিদ্যালয়ত, পাঁচজনমান ছাত্ৰক পাণিনীয়-ব্যাকৰণ শিকাব ধৰিলে।

দেউ ঘৰলৈ যোৱাৰ পূৰ্ব্বে ধামৰ সংস্কৃত-টোলত ৺সোণাপতি শৰ্ম্মা অধ্যাপক আছিল। ৺সোণাপতি উপাধ্যায়ে আন আন ছাত্ৰক ৰত্নমালা-ব্যাকৰণ পঢ়াইছিল। দেৱে ৺দামোদৰ-ধামত

পাণিনীয়-ব্যাকৰণৰ অধ্যাপনা ; আৰু তাত এখন ধৰ্ম্মপ্ৰসাৰিণী সভা প্ৰতিষ্ঠা কৰি, নিজৰ ঘৰতে কালাতিপাত কৰিছিল।

*দেৱৰ পাৰিবাৰিক প্ৰসঙ্গ।*—৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ জ্যেষ্ঠতাত আৰু পিতৃব্যও অগাধ পণ্ডিত আছিল। দেউৰ দুজন সৰু ভায়েক আছিল, এজনৰ নাম লক্ষ্মীনাথ। তেওঁ কৃতদাৰ আছিল, কিন্তু আঠাইশ বছৰমান-বয়সত নিঃসন্তান হৈ ঢুকায়। লক্ষ্মীনাথৰ তলতীয়া জন পাঁচ-ছবছৰ-বয়সত মাৰা যায়। দেউৰ স্বৰচিত বংশ-পৰিচয়ত এই জন ভায়েকৰ নাম উপেন্দ্ৰাচাৰ্য্য বুলি লিখা আছে। অপেশ্বৰী নামে দেউৰ এজনী সৰু ভনীয়েকো অকালতে কালৰ মুখত পৰিছিল।

৺ধীৰেশ্বৰাচাৰ্য্যৰ এটি পুত্ৰ আৰু দুজনী কন্যা আছিল। উত্তৰ-গুৱাহাটীত থকা-সময়ত দেৱে তেওঁৰ জ্যেষ্ঠা কন্যা ৺সৰস্বতীক প্ৰায় তিনি-বছৰমান বয়সৰ পৰা সংস্কৃত অভ্যাস কৰাইছিল। তাৰ পাচত ছোৱালীজনী কিছু ডাঙৰ হোৱাত, পাণিনীয়-লঘুকৌমুদী-ব্যাকৰণ, অমৰকোশ ; আৰু হিতোপদেশ আদি শিকাইছিল। যথাকালত ৰামদিয়া গ্ৰাম-নিবাসী ৺তাৰানাথ গোস্বামীৰে সৈতে ৺সৰস্বতীৰ শুভ-পৰিণয় ঘটে। দেৱৰ জোঁৱায়েক ৺তাৰানাথ গোস্বামী স্মৃতিতীৰ্থ মহাশয়ে দীৰ্ঘকাল গোৱালপাৰা জিলাৰ গৌৰীপুৰৰ ৰাজকীয়-উচ্চ-ইংৰাজী-বিদ্যালয়ত প্ৰধান-পণ্ডিতৰ কাজত নিয়োজিত আছিল, আৰু তেওঁৰ এখন স্বকীয়া সংস্কৃত-টোলো আছিল। তেখেত আসাম বিদ্বোৎসাহিনী সভাৰ সম্পাদক হৈছিল।



বিগত বৰখলাৰ "লক্ষ্মী-নাৰায়ণ যজ্ঞত" ৺সৰস্বতী দেৱীয়ে স্ত্ৰী-সমাজত ভাগৱত ব্যাখ্যা কৰাৰ বাবে ৺লক্ষ্মণশাস্ত্ৰী প্ৰমুখ্যে পণ্ডিত-মণ্ডলীয়ে তেওঁক ভাগৱতী-ভাৰতী উপাধিৰে ভূষিতা কৰিছিল। বৰ্ত্তমানে পাশ্চাত্য-ইংৰাজী-শিক্ষা-প্ৰভাৱত ; আৰু সঙ্গদোষত তিৰোতাৰ ভিতৰত ধৰ্ম্মভাৱ, সৎ আদৰ্শ লোপ পাই আহিছে। আজি-কালি হিন্দুসমাজত দক্ষ-দুহিতা সতী, সীতা, লোপামুদ্ৰা, পতিপ্ৰাণা সাবিত্ৰী, শৈব্যা, দময়ন্তী, বেউলা ; আৰু জয়মতীৰ দৰে প্ৰাতঃস্মৰণীয়া নাৰীৰ অভাৱ হোৱাৰ কাৰণে গাৰ্হস্থ্য-জীৱন কণ্টকাকীৰ্ণ-কাৰাগাৰত পৰিণত হৈছে। তিৰোতাবিলাকে সহধৰ্ম্মিণীৰ তত্ত্ব নাজানি ভোগ-বিলাসিনী হৈছে। পক্ষাঘাত-ব্যাধি হলে ৰোগীজন যেনেকুৱা চলচ্ছক্তিহীন হয়, ধৰ্ম্মশিক্ষাৰ অভাৱতো হিন্দুসমাজ বৰ্ত্তমানে তেনেকুৱা হৈছে।

দেউৰ পুতেকজনৰ নাম ৺তাৰানাথ। তেওঁ শুক্ৰেশ্বৰত থকা-সময়ত ৺তাৰানাথে পাঁচ-বছৰ-বয়সত, ৰত্নমালা-ব্যাকৰণৰ কাৰিকাবোৰ ধুনীয়া আখৰেৰে লিখিছিল। বুদ্ধিও চোকা আছিল। কিন্তু দৈৱ ; আৰু সঙ্গদোষত কৃতবিদ্য হবলৈ নোৱাৰাৰ কাৰণে পিতাকৰ অপ্ৰিয়ভাজন হৈছিল। ৺তাৰানাথৰ তিনিজন পুতেক আৰু এজনী ছোৱালী।

দেউৰ কনিষ্ঠা কন্যাৰ নাম ভাৰতী। ৺কামাখ্যাধামৰ টোলত থকা-সময়ত দেৱে ভাৰতীক সংস্কৃত-ভাষা শিকাইছিল। অমৰকোশৰ কিছু অংশ ভাৰতীৰ কণ্ঠস্থ আছিল। এবাৰ

দেৱে ভাৰতীক লগত লৈ ৺কামাখ্যাধামত দ্বাৰবঙ্গৰ মহাৰাজেৰে সৈতে সাক্ষাৎ কৰিবলৈ যোৱাত, মহাৰাজে ভাৰতীৰ সংস্কৃত উচ্চাৰণ শুনি; আৰু সংস্কৃত-ভাষা শিক্ষা কৰাৰ পৰিচয় পাই পোন্ধৰ টকা পুৰস্কাৰ দিছিল। ভাৰতীৰ বিবাহ হৈছিল, বিয়া দিয়াৰ দুবছৰমান পাচত মৃত্যু হয়।

---

## ১২। নানান-ঠাইত দেৱৰ যশস্যালাভ।

***গোৱালপাৰা জিলাৰ বিজ্‌নী ষ্টেট।*** গোৱালপাৰা জিলাৰ বিজ্‌নী ষ্টেটৰ ৰাণী ৺অভয়েশ্বৰী ধৰ্ম্মপৰায়ণা আছিল। ষ্টেটত প্ৰতি-বছৰে শ্ৰীশ্ৰী৺শাৰদীয়-দুৰ্গাপূজা; আৰু বাসন্তীপূজাত সংস্কৃত-পণ্ডিত-মণ্ডলীৰ যথাযোগ্য উপস্থিত বিদায়ৰ ব্যৱস্থা আছে; আৰু কোনো কোনো বিশিষ্ট পণ্ডিতে নিজৰ সংস্কৃত-টোলৰ বাবেও বাৰ্ষিক আৰ্থিক সাহায্য পায়। দেৱে টোলৰ সাহায্য এশ টকা, আৰু বাসন্তীপূজাৰ বাবে বিদায় বিৰাশী টকাকৈ পাইছিল। এইবৃত্তি তেখেতে প্ৰথমতে কোন চনৰ পৰা পাইছিল, সেই কথা অজ্ঞাত। আন আন পণ্ডিতকৈ দেৱৰ বিদায় সৰহ দেখি কেইজনমান পণ্ডিতৰ দেউৰ প্ৰতি ঈৰ্য্যাভাৱ হৈছিল।

দেউৰ পৰোক্ষত কিছুমান পণ্ডিতে ৰাণীৰ দেওৱানৰ ওচৰত আপত্তি কৰিছিল যে,—"৺ধীৰেশ্বৰাচাৰ্য্যই কি কাৰণে আন আন পণ্ডিতকৈ বেছি বিদায় পায়।" পণ্ডিত-সকলৰ আপত্তি ব্যৰ্থ হ'ল, গুণগ্ৰাহিণী ৰাণী ৺অভয়েশ্বৰীয়ে কৰিৰত্ন দেৱৰ অশেষ গুণৰ দ্বাৰা বিমোহিতা হৈছিল।

এনে কি উক্ত-পূজাত তেওঁ আঁৰ-কাপোৰৰ ভিতৰত থাকি, দেউক মতাই নি শাস্ত্ৰীয় কথাও সুধিছিল। দেউৰ বেছি বিদায় হোৱা সম্পৰ্কে এটি কথা শুনিছোঁ। বিজ্‌নী ষ্টেটত যেতিয়া ৺বৰদাকান্ত হাল্‌দাৰ মহাশয় দেওৱান আছিল, তেতিয়া হঠাৎ এদিন দেৱেৰে সৈতে তেওঁৰ আলাপ-পৰিচয় হৈছিল। তাৰ পাচত হাল্‌দাৰ মহাশয়ে এদিন দেউক গায়ত্ৰীৰ ব্যাখ্যা কৰিবলৈ অনুৰোধ কৰিলত, কৰিৰত্নদেৱে আধ্যাত্মিক ভাবে গায়ত্ৰীৰ ব্যাখ্যা কৰি শুনাইছিল। তাৰ পাচৰ পৰা দেওৱান মহাশয় দেউৰ প্ৰতি পৰম সন্তুষ্ট হল; আৰু তেতিয়াৰ পৰাই ষ্টেটত দেউৰ বাৰ্ষিক-বৃত্তি বেছি কৰি দিয়ালে। ৺দুৰ্গাপূজা আৰু বাসন্তী-পূজাত দেউক ৰেলৱে ষ্টেশ্যনৰ পৰা হাতীৰে নিয়াইছিল।

***গোৱালপাৰাৰ গৌৰীপুৰ ষ্টেট।*** গৌৰীপুৰ-ষ্টেটত দেউৰ বাৰ্ষিক-বৃত্তি আছিল পঞ্চাশ টকা। গুৱাহাটীৰ কটন্ কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ ৺শ্ৰীনাথ চক্ৰৱৰ্ত্তী এম্-এ মহাশয়ৰ পৰা শুনিছোঁ যে,—"গৌৰীপুৰৰ গুণগ্ৰাহী আৰু দানশীল জমিদাৰ ৺প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে * দেৱৰ কৰিত্ব আদি গুণাৱলীৰে আকৃষ্ট হৈছিল; আৰু সেইবাবে তেখেতে দেউৰ

* পাচত ইংৰাজ-চৰকাৰৰ পৰা "ৰজা বাহাদুৰ" উপাধি পাইছিল।

পুত্ৰ ৺তাৰানাথক মৰম কৰি নিজৰ ষ্টেটত তিনি-চাৰি-বছৰলৈকে মাহে পঁচিশ টকা বেতনৰ এটি কাজত নিয়োজিত কৰিছিল।

কোচবিহাৰৰ ৰাজ-ষ্টেটতো দেউৰ বাৰ্ষিক বৃত্তি আছিল।

***নৱদ্বীপত।*** এবাৰ ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে শ্ৰীচৈতন্যদেৱৰ লীলাভূমি নৱদ্বীপলৈ গৈছিল। তাৰ পাচত নৱদ্বীপৰ পণ্ডিত-মণ্ডলীয়ে তেখেতক নিমন্ত্ৰণ কৰি সসম্মানেৰে অভ্যৰ্থনা কৰিছিল।

দেৱৰ সংস্কৃত-উচ্চাৰণৰ স্পষ্টতা আৰু বিশুদ্ধতা, গীৰ্ব্বাণ-বাণীৰে নিৰৱচ্ছিন্ন বাক্যালাপ, শব্দশাস্ত্ৰত অগাধ-ব্যুৎপত্তি, আৰু তেওঁৰ স্বৰচিত-বৃত্তমঞ্জৰী নামৰ ছন্দোগ্ৰন্থখন দেখি, পণ্ডিত-মণ্ডলী প্ৰীত হৈ তেখেতক এটি বিশিষ্ট-সংস্কৃত-উপাধিৰে বিভূষিত কৰিবলৈ খুজিছিল। কিন্তু দেৱে উপাধি লবলৈ স্বীকৃত নহল। দেউ নৱদ্বীপত সাতদিন আছিল। সেই এসপ্তাহ তেওঁ পণ্ডিত-মণ্ডলীৰে সৈতে সংস্কৃত-ভাষাৰে আলাপ কৰিছিল। সংস্কৃত কোৱাৰ অভ্যাস আৰু সামৰ্থ্য দেখি বিদ্বন্মণ্ডলী আচৰিত হৈছিল। দেৱে এদিন পূৰ্ব্বস্থলীৰ সুবিখ্যাত পণ্ডিত মহামহোপাধ্যায় ৺কৃষ্ণনাথ ন্যায়পঞ্চানন মহাশয়েৰে সৈতে সাক্ষাৎ কৰিবলৈ গৈ বৃত্তমঞ্জৰীখন দেখাইছিল। তাৰ পাচত ন্যায়পঞ্চানন মহাশয়ে চাই দেউৰ অনন্যসাধাৰণ কৱিত্ব শক্তিৰ পৰিচয় পাই দেউক দ্বিতীয় কালিদাস বুলি উচ্চ প্ৰশংসা কৰিছিল।



দেউক নৱদ্বীপৰ এখন ডাঙৰ সংস্কৃত-টোলত ৰাখিবলৈ ভদ্ৰলোকবিলাকে ইচ্ছা কৰিছিল, কিন্তু স্বদেশপ্ৰিয় কৱিৰত্ন-দেৱে সেই কথাত সম্মত নহল। *

***ঢাকাৰ সাৰস্বত-সমাজত।*** ঢাকাৰ সাৰস্বত-সমাজ-খনৰ সুনাম আছে। এবাৰ সমাজখনৰ স্থায়িত্ব-সম্পৰ্কে ১৯১২ খৃষ্টাব্দৰ জানুয়াৰী মাহৰ প্ৰথম সপ্তাহৰ ভিতৰত এখন ডাঙৰ সভা হৈছিল। সেই সভা উপলক্ষে গুৱাহাটীৰ কটন্ কলেজৰ ভূতপূৰ্ব্ব সংস্কৃতৰ অধ্যাপক ৺পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ এম্-এ, মহাশয়ে পূজ্যপাদ ৺ধীৰেশ্বৰাচাৰ্য্য-কৱিৰত্ন মহোদয়ক ৰবকৈ অনুৰোধ কৰি, গুৱাহাটীৰ পৰা ঢাকালৈ লগত লৈ গৈছিল। তেতিয়া দেউ ৺কামাখ্যাধামৰ টোলৰ অধ্যাপক আছিল। উক্ত সভাত প্ৰায় তিনিশমান পণ্ডিত সমবেত

---

* বৰমূৰিকোণাৰ পণ্ডিত ৺সত্যনাথ ভট্টাচাৰ্য্য স্মৃতি-ব্যাকৰণতীৰ্থ মহাশয়ে যেতিয়া নৱদ্বীপৰ পাকা-টোলত মহামহোপাধ্যায় ৺আশুতোষ তৰ্কভূষণ মহাশয়ৰ ওচৰত ন্যায়শাস্ত্ৰ পঢ়িছিল, তেতিয়া তেওঁ নৱদ্বীপৰ ভদ্ৰলোকবিলাকৰ পৰা শুনিছিল যে,—"৺সত্যনাথ পণ্ডিত তাত পঢ়া সময়ৰ প্ৰায় সাত-আঠ-বছৰমান পূৰ্ব্বে দেউ নৱদ্বীপলৈ গৈছিল; আৰু পণ্ডিতবৰ্গৰে সৈতে সাতদিন প্ৰাত্যহিক কাৰ্য্যৰ পৰা আৰম্ভ কৰি শাস্ত্ৰ-চৰ্চ্চালৈকে সংস্কৃত-ভাষাৰে কথা কৈছিল। দেউৰ তেনেকুৱা শক্তি দেখি নৱদ্বীপৰ শিক্ষিত ভদ্ৰলোকবিলাকে দেউক এটি উপাধি দিবলৈ আগ্ৰহ কৰাত, দেৱে উপাধি লবলৈ মান্তি নহল। উপাধি দিবলৈ ইচ্ছা কৰা লোকসকলৰ ভিতৰত মহামহোপাধ্যায় ৺যদুনাথ সাৰ্ব্ব-ভৌম আদি অগ্ৰণী আছিল।

হৈছিল। তাৰ পাচত নিৰ্দ্দিষ্ট দিনত সভা আৰম্ভ হোৱাত, ৺পদ্মনাথ ভট্টাচাৰ্য্যে বিবুধ-বৃন্দৰ সাক্ষাতত ৺ধীৰেশ্বৰাচাৰ্য্যৰ পৰিচয় দিলত, বুধবৰ্গে দেৱক এটি সুন্দৰকৈ মঙ্গলাচৰণৰ কাৰণে শ্লোক ৰচিবলৈ অনুৰোধ কৰিলে।

প্ৰত্যুৎপন্নমতি আৰু প্ৰতিভাবান্ কবিৰত্নদেৱে অলপ সময়ৰ ভিতৰতে "শাৰ্দ্দূল-বিক্ৰীড়িত" ছন্দেৰে এটি ৰাজ-প্ৰশস্তি-বিষয়ক সুললিত শ্লোক ৰচনা কৰি সভাত মঙ্গলাচৰণ কৰিলত, সভ্যসকলে দেউৰ ৰচনা-নৈপুণ্যৰ পৰিচয় পাই পৰম প্ৰীতি-লাভ কৰিছিল। তাৰ পাচত দেৱে সভাত দেৱ-ভাষাৰে এটি ওজস্বিনী বক্তৃতা দি সভ্যসকলক আপ্যায়িত কৰিছিল। সভা শেষ হৈ যোৱাৰ এসপ্তাহমানৰ পাচত ঢাকাপ্ৰকাশ নামে বাতৰি কাকতত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে সভাত অশেষ সুখ্যাতি লাভ কৰাৰ বিষয়ে এটি প্ৰৱন্ধ প্ৰকাশিত হৈছিল। *

**কলিকতাত।** কলিকতাৰ সংস্কৃত-কলেজত "সংস্কৃত-পৰীক্ষা-বোৰ্ড" নামেৰে এখন পৰিষৎ আছিল। সম্প্ৰতি সেই সভাখনৰ নাম পৰিৱৰ্ত্তিত হৈছে। পূজনীয় কবিৰত্নদেৱো সেই বোৰ্ডৰ অন্যতম সভ্য আছিল। এবাৰ উক্ত বোৰ্ডৰ কোনো এখন অধিবেশনত মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্যদেৱ উপস্থিত আছিল। সভা আৰম্ভ হোৱাৰ পাচত তেওঁ সভাৰ মাজত

*—৺পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ এম্-এ, মহাশয়ৰ পৰা শুনা কথা।



থিয় দি "অমুষ্যাং সভায়াং মমৈষা প্ৰতিজ্ঞা ভুজঙ্গপ্ৰয়াতং বিনা বাগ্ ন বাচ্যা।" এই ফাঁকি কৈ ভুজঙ্গ-প্ৰয়াত ছন্দেৰে শ্লোক ৰচি বক্তৃতা দিব ধৰিলে। পণ্ডিত-মণ্ডলীৰ চকু ৰ লাগি থাকিল। সভাত দুজনমান জাৰ্ম্মাণ-দেশীয় ৱিদ্বান্ উপস্থিত আছিল। তেওঁলোকে অনুমান কৰিলে যে, কামৰূপীয় পণ্ডিত-প্ৰৱৰে কি জানি সেইবোৰ শ্লোক আগেয়ে ৰচনা কৰি কণ্ঠস্থ ৰাখি সভাত বক্তৃতা দিছে। তেনেকুৱা সন্দিগ্ধ হৈ সভ্য-বিলাকৰ ভিতৰত কেইজনমানে মাননীয় দেৱক পৰীক্ষা কৰিবলৈ ইচ্ছুক হৈ কলে যে,—"কবিৰত্ন মহাশয়! আপনি অনুগ্ৰহ পূৰ্ব্বক অন্য ছন্দোদ্বাৰা বক্তৃতা দিলে আমরা কৃতাৰ্থ হইব।" দেৱে তেওঁলোকৰ অভিপ্ৰায় বুজি আন ছন্দেৰে কেইটামান শ্লোক ৰচি শুনোৱাত, তেওঁলোকে দেউক এজন প্ৰতিভাশালী সুকৱি বুলি জানিলে; আৰু তেওঁ সভাত বিশেষ সম্মান পালে। *

*—পণ্ডিত ৺সত্যনাথ ভট্টাচাৰ্য্যৰ পৰা শুনা কথা:—১৯১১ খৃষ্টাব্দত কলিকতাৰ সংস্কৃত-বোৰ্ডৰ কোনো এখন অধিবেশনলৈ দেউ নিমন্ত্ৰিত হৈ গৈছিল। সেই সময়ত ৺সত্যনাথ ভট্টাচাৰ্য্যে সংস্কৃত-কলেজত স্মৃতি-শাস্ত্ৰৰ উপাধি পৰীক্ষাৰ পাঠ্য পঢ়িছিল। সভাৰ দিনা দেৱে ৺আশুতোষ সৰস্বতীৰে সৈতে সংস্কৃতেৰে আলাপ কৰি সভাত উপস্থিত হৈছিল। দেউৰ সংস্কৃত কোৱাৰ শক্তি দেখি, সভ্য-বৃন্দে দেউক সাদৰে সম্বৰ্দ্ধনা কৰি, ওখ-আসনত বহুৱাই অভিনন্দিত

দেউ কলিকতালৈ গলে, কলিকতাৰ সুবিখ্যাত কৱিৰাজ ৺শ্যামাদাস বাচস্পতি মহাশয়ৰ ঘৰত থাকিছিল। কৱিৰাজ মহাশয়ে তেওঁক বিশেষ শ্ৰদ্ধা কৰিছিল; আৰু আহিবৰ সময়ত বিনা বেচে এমাহ-ডেৰ্-মাহমান চলাকৈ কৱিৰাজী ঔষধো দিছিল। দেউৰ মূত্ৰকৃচ্ছ্ৰ ৰোগ আছিল। এবাৰ দিক্‌শূলত সংস্কৃত-বোৰ্ডৰ সভালৈ কলিকতালৈ যোৱাত, অসাৱধানবশতঃ ট্ৰাম্‌গাৰীৰ পৰা নামিবৰ সময়ত পৰি গৈ ভৰিত আঘাত পাই, কেবাদিনো কৱিৰাজৰ ঘৰত আছিল। মই কলিকতাত পঢ়াসময়ত দেউক এবাৰ সংস্কৃত-কলেজত; আৰু এবাৰ বিডন্-ষ্ট্ৰীটত দেখিছিলোঁ।

এবাৰ তেওঁ কলিকতালৈ যোৱাত, মহামহোপাধ্যায় ৺হৰ-প্ৰসাদ শাস্ত্ৰী মহাশয়ে দেউক কৈছিল যে,—"পণ্ডিত মহাশয়! আপনি যদি আসামে নাথেকে কলিকাতাই কিম্বা ভারতবর্ষের অন্য কোন বর-সহরে থাকিতেন, তাহা হইলে আপনি আরও বিশেষ প্রতিষ্ঠা লাভ করিতে পারিতেন। সম্প্রতি আপনাকে বহুলোক জানেন না। আমি অনুরোধ করি আপনি কলি-কাতায় থাকুন।"

শাস্ত্ৰী মহাশয়ৰ উক্তি শুনি স্বদেশপ্ৰেমিক দেৱে প্ৰত্যুত্তৰ দিছিল যে,—"মহাশয়, অনবরত ট্রাম্, মটর গাড়ী, এবং ঘোড়ার গাড়ী প্রভৃতির কর্ণবধিরীকৃত শব্দের দ্বারা মুখরিত,

---

কৰিছিল। লগে লগে কামৰূপ-দেশৰো প্ৰশংসা কৰিছিল। তাৰ পাচত দেৱে সভাত দেৱভাষাৰে বক্তৃতা দিছিল।



বিপুল-জনতা-বিশিষ্ট কলিকাতা মহানগরীতে বাস করা আমার পক্ষে নিতান্ত অসম্ভব।"

**কাশীত।** এবাৰ দেউ কাশীলৈ যোৱাত, ৺সত্যনাথ বৰা বি-এল্, উকিল ডাঙ্গৰীয়াই দেউৰ পাণ্ডিত্যাদি চাবলৈ কাশীৰ কোনো এজন পণ্ডিতেৰে সৈতে শাস্ত্ৰীয় বিচাৰ কৰি-বলৈ অনুৰোধ কৰিলত, দেৱে বিচাৰত জয়ী হৈছিল। সেই ঘটনাৰ পাচৰ পৰা বৰা ডাঙ্গৰীয়াই দেউক বিশেষ শ্ৰদ্ধা কৰিছিল। এই কথা আমাৰ দুই-তিনিজন ভদ্ৰলোকৰ পৰা শুনিছোঁ।

**বৰপেটা-সত্ৰত।** এবাৰ ৺ধীৰেশ্বৰাচাৰ্য্য-কৱিৰত্নদেৱে বৰপেটা-সত্ৰলৈ গৈছিল। তেতিয়া ৺গোৱিন্দদেৱ মিশ্ৰ সত্ৰৰ অধিকাৰ আছিল। দেউ সত্ৰত তিনি-চাৰিদিনমান আছিল। এদিন দেৱে সত্ৰত ভালেমানলোকৰ উপস্থিতিত শ্ৰীমদ্ভাগৱতৰ মঙ্গলাচৰণৰ "জন্মাদ্যস্য যতঃ" এই শ্লোকটো বিশদকৈ বহু-সময়লৈকে ব্যাখ্যা কৰি শ্ৰোতৃবৰ্গৰ আনন্দ জন্মাইছিল; আৰু ব্যাখ্যাৰ লগতে কাম, ক্ৰোধ, আদি দুস্ত্যজ-ৰিপুবোৰৰো সময়; আৰু অৱস্থাবিশেষে উপকাৰিতা আৰু আৱশ্যকতা দেখুৱাইছিল। সত্ৰাধিকাৰৰ পুত্ৰ শ্ৰীনাৰায়ণ চন্দ্ৰ মিশ্ৰৰ বয়স তেতিয়া প্ৰায় চৈধ্য-বছৰ। তেতিয়া তেওঁ টোলত পঢ়ে। কৈহাটীৰ ৺অনন্তদেৱ শিৰোমণি টোলৰ অধ্যাপক আছিল। তেওঁ এসময়ত কোচবিহাৰৰ খাগ্ৰাবাৰীত ৺সিদ্ধনাথ বিদ্যাবাগীশ মহাশয়ৰ টোলত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ

সহাধ্যায়ী আছিল। ৺গোৱিন্দমিশ্রে তেওঁৰ পুতেক শ্রীনাৰায়ণ চন্দ্র মিশ্র প্রভৃতিৰ আগত কৈছিল যে,—"৺ধীৰেশ্বৰাচাৰ্য্যে অতি উত্তমকৈ ভাগৱত ব্যাখ্যা কৰে। সত্রত ভাগৱত ব্যাখ্যা কৰাৰ বাবে দেৱে এযোৰ ধুতি-চেলেঙ্; আৰু নগদ পাঁচ টকা পাইছিল। *

৺ধীৰেশ্বৰাচাৰ্য্যদেৱে প্রাক্তনবিদ্যা; আৰু কৱিত্বলাভ কৰি যেতিয়া কৰ্ম্মক্ষেত্ৰত অৱতীৰ্ণ হৈছিল; তেতিয়া তেওঁৰ দুজন প্রতিদ্বন্দ্বী পণ্ডিত আছিল। এজন লৰ্‌মাৰ অধ্যাপক ৺সদাশিৱৰ পুতেক ৺নাৰায়ণ চন্দ্র বিদ্যাভূষণ। তেওঁ তেতিয়া গুৱাহাটীৰ নৰ্ম্মাল-স্কুলৰ সংস্কৃত-শিক্ষক আছিল।

বিদ্যাভূষণ মহাশয়ৰ পাণ্ডিত্য আৰু কৱিত্ব আছিল। সময়ে-সময়ে কৱিৰত্নদেৱৰ লগত বিদ্যাভূষণৰ কাকতে-কলমে যুঁজো লাগিছিল। ৺নাৰায়ণ চন্দ্র বিদ্যাভূষণে অসমীয়া "আশুবোধ-ব্যাকৰণ" আৰু এখন গদ্য "সংস্কৃত-বাক্যাৱলী" লিখি ছপাইছিল। কিন্তু দুৰ্দৈৱবশতঃ তেওঁ ত্রিশ-বত্রিশ বছৰমান-বয়সত ইহলোক এৰি গৈছিল।

দেউৰ আনজন প্রতিদ্বন্দ্বীৰ নাম বৰপেটাৰ ৺লক্ষ্মীকান্ত বেদান্তবাগীশ। ৺নাৰায়ণ চন্দ্র বিদ্যাভূষণ ঢুকোৱাৰ পাচত ১৯০১ খৃষ্টাব্দত তেওঁ গুৱাহাটীৰ নৰ্ম্মালস্কুলৰ সংস্কৃত-শিক্ষক হৈছিল। বেদান্তবাগীশ অধ্যাপনা-কাৰ্য্যত সুযোগ্য নাছিল বুলি শুনিছোঁ। সেইসময়ত সময়ে-সময়ে নৰ্ম্মালস্কুলৰ ছাত্রবৰ্গৰ

*—এই কথাখিনি পণ্ডিত শ্রীনাৰায়ণ চন্দ্র মিশ্র মহাশয়ৰ পৰা শুনিছোঁ।



দেউৰে সৈতে আলাপ-পৰিচয় হৈছিল। এদিন বেদান্তবাগীশ মহাশয়ে ছাত্রবিলাকক "প্রভঞ্জন" শব্দৰ অৰ্থ হাতী বুলি কৈছিল। প্র (প্রকৃষ্টৰূপে) গছৰ ঠানী যেয়ে ভাঙে, সেয়ে প্রভঞ্জন অৰ্থাৎ হাতী।

এই কথাটো ৺ধীৰেশ্বৰাচাৰ্য্যৰ কাণত পৰিলত, তেওঁ ৺লক্ষ্মীকান্ত বেদান্তবাগীশক "প্রভঞ্জন" নাম দি বাতৰি কাকতত বেদান্তবাগীশৰ অধ্যাপনাৰ দোষবোৰ দেখুৱাইছিল। সেইসময়ত "প্রভঞ্জন" শব্দে বিশেষকৈ বেদান্তবাগীশক বুজাইছিল।

**নলবাৰী-সত্রত।** এসময়ত দেৱে নলবাৰীলৈ গৈ নলবাৰীৰ সত্রাধিকাৰ পণ্ডিত ৺ললিত চন্দ্র গোস্বামীৰ ঘৰত চাৰি-পাঁচ-দিনমান থাকি, সত্রাধিকাৰ প্রভৃতিৰে সৈতে সংস্কৃত-বিদ্যাৰ বিষয়ে আলোচনা কৰিছিল। এদিন সত্রাধিকাৰে কেইবাজনো প্রৱীণ-পণ্ডিতক নিমন্ত্রণ কৰি, এখন সৰুকৈ পণ্ডিতসভা পাতিলে। সেই সভাত বলোৱাৰ ৺হৰেশ্বৰ উপাধ্যায়, বাঁহজেনিৰ ৺বাসুদেৱ উপাধ্যায়, কৈঠালকুছিৰ ৺বলভদ্র উপাধ্যায়, গুৱাকুছিৰ ৺বিদ্যাদত্ত কৱিৰত্ন প্রমুখ্যে কেইবাজনো পণ্ডিত সমবেত হৈছিল। তাৰ পাচত নলবাৰী-সত্রত পাণিনীয়-ব্যাকৰণ আৰু ৰত্নমালা-ব্যাকৰণ সম্পৰ্কে আলোচনা চলে। সেই সভাত ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে ৰত্নমালা-ব্যাকৰণৰ কোনো কোনো ঠাইত ভুল দেখুৱাই দৃঢ়ভাবে কলে যে,—"ৰত্নমালা-ব্যাকৰণ ৰচনা কৰাত পাৰিপাট্য হোৱা নাই। আটাইবিলাক সংস্কৃত-ব্যাকৰণৰ ভিতৰত পাণিনীয়-ব্যাকৰণ

সৰ্ব্বোৎকৃষ্ট।” কিন্তু ৰক্ষণশীল পণ্ডিত-কেইজনে ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ কথাত একমত নহৈ তৰ্ক আৰম্ভ কৰি কলে যে,—“পাণিনীয়-ব্যাকৰণ” প্ৰচাৰ কৰা সুদূৰ-পৰাহত।”

পাণিনীয়-ব্যাকৰণৰ বিৰুদ্ধে বাঁহজেনিৰ ৺বাসুদেৱ উপাধ্যায়ে দেউৰে সৈতে বৰকৈ তৰ্ক কৰিছিল। তাৰ পাচত আন পণ্ডিত-কেইজনো তেওঁৰ-ফলীয়া হৈছিল।

দেউ শুক্ৰেশ্বৰৰ সংস্কৃত-টোলত থকা কালছোৱাত, তেওঁৰ শিক্ষাগুৰু ৺সিদ্ধনাথ বিদ্যাবাগীশ মহাশয়ৰ লগত মনোমালিন্য ঘটিছিল। তাৰ কাৰণ হৈছে সেই সময়ত বিদ্যাবাগীশ মহাশয়ে ৰত্নমালা-ব্যাকৰণৰ “গূঢ়-প্ৰকাশিকা” নামেৰে টীকা ৰচনা কৰিবলৈ আৰম্ভ কৰি, সময়ে-সময়ে এটি এটি অংশ ৺ধীৰেশ্বৰাচাৰ্য্যলৈ চাবলৈ পঠিয়াই দিয়ে। দেৱে বিদ্যাবাগীশ মহাশয়ৰ টীকাৰ বহুত দোষ দেখুৱাই সংশোধন কৰি দিয়ে। তাৰ পাচত বিদ্যাবাগীশ মহাশয়ে ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে দোষ দেখুওৱা বিষয়বোৰৰ মীমাংসা কৰি এখন সমালোচনা ছপাইছিল। দেউৰ শিষ্যোচিত ব্যৱহাৰ নেদেখি ৺সিদ্ধনাথ বিদ্যাবাগীশ মহাশয়ে বৰ বেজাৰ পাইছিল; আৰু উক্ত কাৰণ-বশতঃ তেতিয়াৰ পৰা কৱিৰত্নদেৱক বিদ্যাবাগীশ মহাশয়ে ভাল নোপোৱা হল।

৺ধীৰেশ্বৰাচাৰ্য্যদেৱে কিছুমান ৰোগৰ অব্যৰ্থ মুষ্টিযোগ জানিছিল; আৰু নাড়ীজ্ঞান-বিষয়তো তেখেত অভিজ্ঞ আছিল। এবাৰ নলবাৰী-সত্ৰৰ বৰ্ত্তমান অধিকাৰ পণ্ডিত শ্ৰীপ্ৰতাপচন্দ্ৰ



গোস্বামীৰ এটি ল'ৰাই প্ৰায় তিনিমাহমান তেজ-গ্ৰহণীত কষ্ট ভোগ কৰিছিল। ডাক্তৰী, কৱিৰাজী, আৰু আসুৰিমতীয়া কোনো চিকিৎসাৱে ল'ৰাটিয়ে আৰোগ্যলাভ কৰিব্‌ল পৰা নাছিল। দৈৱ-সংযোগত এদিন দেৱে নলবাৰী-সত্ৰলৈ যোৱাত এটি সাধাৰণ মুষ্টিযোগেৰে ল'ৰাটিক ভাল কৰিছিল। *১—

আৰু এবাৰ কৱিৰত্নদেৱে “কামৰূপ-সংস্কৃত-সঞ্জীৱনী” সভাৰ সভাপতি নিৰ্ব্বাচিত হৈ নলবাৰীলৈ গৈ উক্ত সত্ৰাধিকাৰৰ ঘৰত আছিল। তাৰ পাচত সভাৰ দিনা, সভা আৰম্ভ হোৱাৰ অলপ আগতে পণ্ডিত শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামীৰ জ্বৰ হোৱা এটি ল'ৰাৰ হঠাৎ এটি উপসৰ্গ হোৱাৰ কাৰণে ল'ৰাটি অস্থিৰ হৈ পৰিছিল। দেৱে কথাটো শুনি সেই ল'ৰাটিৰ পেটত পোন্ধৰ-কুৰি-মিনিটমান সময় মন্ত্ৰেৰে হাত-বুলোৱাত ল'ৰাটিৰ অস্থিৰতা আঁতৰ হৈছিল। এইবোৰ কাৰ্য্যৰ দ্বাৰা জনা যায় যে, কৱিৰত্ন দেউ চিকিৎসা-বিষয়তো পাৰ্গত আছিল।*২—

*-১— মুষ্টিযোগটো লিখা হল,—

সঁফুৰি আমৰ আগ তিনিটা, ডালিমৰ আগ তিনিটা; আৰু এটকুৰা আদা, এই তিনিবিধ তিনিদিন মাথোন ৰোগীক খুৱাবলৈ ব্যৱস্থা দিছিল; আৰু তাৰ পাচত ল'ৰাটিয়ে আৰোগ্য লাভ কৰিছিল।

*-২—এইবোৰ কথা নলবাৰীৰ বৰ্ত্তমান সত্ৰাধিকাৰ পণ্ডিত শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামী মহাশয়ৰ পৰা শুনিছোঁ।

## ১৩। ৺ধীৰেশ্বৰাচাৰ্য্যদেৱৰ দান-পত্ৰ।

পূজ্যপাদ ৺ধীবেশ্বৰাচাৰ্য্যদেৱে মৃত্যুৰ পূৰ্ব্বে. তেখেতৰ আজীৱন-সঞ্চিত ৯০০০৲ ন-হেজাৰ টকা অসমত বেদ ; আৰু পাণিনীয়-ব্যাকৰণৰ প্ৰচাৰৰ নিমিত্তে "৺ধীবেশ্বৰাচাৰ্য্য-ট্ৰাষ্ট-ফণ্ড" পাতি দান কৰি, কামৰূপৰ পাণ্ডুলা-গাৱঁত ৺দেৱদামোদৰ-ধামত ৺ধীবেশ্বৰাচাৰ্য্য বিদ্যালয় প্ৰতিষ্ঠা কৰি গৈছে।*

স্থাৱৰ ভূ-সম্পত্তি প্ৰায় ১০০ এশ বিঘা মাটি কৌলিক-গোপাল-বিগ্ৰহৰ নিত্য-পূজা আদিৰ বাবে দান কৰি গৈছে। নিজৰ ভাৰ্য্যা ; আৰু ভ্ৰাতৃ-জায়াৰ নিমিত্তে মাসিক সামান্য বৃত্তিৰ ব্যৱস্থা কৰিছিল। তেওঁৰ একমাত্ৰ ত্যাজ্য-পুত্ৰ

*—৺ধীবেশ্বৰ বিদ্যালয়ৰ সংক্ষিপ্ত বিৱৰণ।

(ক) বিদ্যালয়খন স্থাপিত হবৰ আজি প্ৰায় ৩৭।৩৮ বছৰ হল।

(খ) উক্ত বিদ্যালয়খন দীঘলে—৪৮ ফুট, বহলে কাঁথিৰে সৈতে ২৬ ফুট।

(গ) দীঘলে ৬৪ ফুট, বহলে কাঁথিৰে সৈতে ১৮ ফুটৰ এটি ছাত্ৰাবাস।

(ঘ) দীঘলে ৩০ ফুট, বহলে কাঁথিৰে সৈতে ১৮ ফুটৰ এটি পাকঘৰ।

(ঙ) ঘৰ তিনিটা টিনৰ।

বিদ্যালয়ৰ ছাত্ৰসংখ্যা প্ৰায় ২০।২৫ জন। ছাত্ৰাবাসত ১০।১২ জনমান থাকে। অধ্যাপক ৪ চাৰিজন।

প্ৰধান অধ্যাপক— শ্ৰীহেমকান্ত সাঙ্খ্য-বেদান্ততীৰ্থ।



৺তাৰানাথক কিছু দিয়া নাছিল। দেৱে পুত্ৰৰ পৰা আজীৱন মানসিক কষ্টভোগ কৰিছিল। স্ত্ৰী-পুত্ৰক সম্পত্তিৰ পৰা বঞ্চিত কৰাৰ কাৰণে, স্ত্ৰী-পুত্ৰ-মোহাসক্ত কিছুমান মানুহে দেউক নিন্দা কৰিছিল। জীৱনৰ আগছোৱাত অশেষ আৰ্থিক কষ্টভোগ কৰা ৺ধীবেশ্বৰাচাৰ্য্যদেৱৰ উক্ত দানে তেওঁৰ বেদ ; আৰু পাণিনীয়-ব্যাকৰণ-প্ৰিয়তা, স্বদেশ-হিতৈষিতা আৰু উদাৰ মনোভাৱ আদিৰ পৰিচয় দিয়ে। এনেকুৱা মহান্ আদৰ্শ আধুনিক সংস্কৃত-পণ্ডিতমণ্ডলীৰ ভিতৰত বিৰল। অসমত বেদ ; আৰু পাণিনীয়-ব্যাকৰণ প্ৰচাৰ কৰাটোৱেই তেখেতৰ জীৱনৰ মহাব্ৰত আছিল।

যি সকল মানুহৰ মানসিকভাৱ উচ্চ আৰু সাৰ্ব্বজনীন সেইবিলাক সাধুপুৰুষে নিজৰ স্ত্ৰী-পুত্ৰাদিৰ মোহত আৱদ্ধ

সহকাৰী অধ্যাপক আৰু ছাত্ৰাবাসাধ্যক্ষ—শ্ৰীৰমণীকান্ত দেৱ শৰ্ম্ম বেদ-ব্যাকৰণায়ুৰ্ব্বেদ শাস্ত্ৰী।

বিদ্যালয়ত এজন হিন্দীশিক্ষক আৰু এজন অসমীয়া শিক্ষকো আছে।

বিদ্যালয়ৰ মাসিক আয়—

(১) অসম চৰকাৰৰ পৰা মাসিক সাহায্য— ১১৫৲ টকা
(২) অসম সংস্কৃত-বোৰ্ডৰ পৰা মাসিক সাহায্য— ৮৫৲ টকা
(৩) ৺ধীবেশ্বৰ-ট্ৰাষ্ট-ফণ্ডৰ পৰা মাসিক প্ৰাপ্তি— ৩০৲ টকা
(৪) অভয়-ট্ৰাষ্ট-ফণ্ডৰ পৰা মাসিক প্ৰাপ্তি— ১০৲ টকা

মুঠ আয়— ২৪০৲

(৫) সংস্কৃতগ্ৰন্থৰ সংখ্যা প্ৰায় ২৫০ শ।

হৈ থাকিব নোৱাৰে। অসমৰ বৈষ্ণৱ-ধৰ্ম্ম-প্ৰৱৰ্ত্তক মহাপুৰুষ ৺দামোদৰ দেৱে নিজৰ ভতিজাকক বঞ্চিত কৰি, তেখেতৰ প্ৰিয়তম শিষ্য ভট্টদেৱক সত্ৰাধিকাৰ আৰু ধৰ্ম্মাধিকাৰ পাতি ছিল। মহাপুৰুষ হৰিদেৱেও তেখেতৰ ধৰ্ম্মমালা তেওঁৰ জীয়েৰ ৺ভুৱনেশ্বৰী দেৱীক যোগ্যা দেখি দিছিল।

উদাৰ-চৰিত্ৰৰ মহাপুৰুষ সকলৰ এনেকুৱা বহুত উদাৰ আদৰ্শ পৃথিবীৰ নানান ঠাইত জিলিকি আছে। *

* "অয়ং নিজঃ পৰো বেতি গণনা লঘুচেতসাম্।
উদাৰচৰিতানান্তু বসুধৈব কুটুম্বকম্॥"

---

## ১৪। নৰিয়া আৰু মৃত্যু।

ইয়াৰ আগেয়ে উল্লেখ কৰা হৈছে যে, দেৱে উত্তৰ-গুৱাহাটীৰ আউনীআটীসত্ৰ-বাহৰৰ পৰা ঘৰলৈ গৈ, ৺দেৱ-দামোদৰ-ধামত পাণিনীয়-ব্যাকৰণৰ অধ্যাপনা আৰু ধৰ্ম্মপ্ৰসাৰিণী সভা পাতি কালযাপন কৰিছিল। তাৰ পাচত তেওঁ এবাৰ শ্ৰীশ্ৰী৺দুৰ্গা-পূজাৰ কেইদিনমান আগেয়ে, কলিকতাৰ সংস্কৃত-এছোছিয়েছনৰ এখন অধিবেশনলৈ গৈ, সভা শেষ হৈ যোৱাৰ পাচত তাৰ পৰা আহি ৺দুৰ্গাপূজাৰ বিদায় লবলৈ বিজনীলৈ গ'ল। তাতে দেউ জ্বৰাক্ৰান্ত হ'ল। জ্বৰৰ লগে লগে কফেও দেখা



দিলে। দিনে দিনে জ্বৰ আৰু কফে কালমূৰ্ত্তি ধৰিলে। দেউৰ টান নৰিয়া হোৱাৰ বাতৰি ঘৰলৈ আহিল। পুতেক ৺তাৰানাথে টেলিগ্ৰাফ্ পাই বিজনীলৈ গৈ পিতাকক কোনো প্ৰকাৰে ঘগ্ৰাপাৰ-ৰেলৰে ষ্টেশ্যনলৈ আনিলে। তাৰ পৰা দোলাৰে ঘৰলৈ অনোৱা হ'ল। ৰোগ প্ৰতি-মুহূৰ্ত্তে বাঢ়িব ধৰিলে। স্থানীয় কৱিৰাজৰ হতুৱাই চিকিৎসা কৰোৱা হ'ল, কিন্তু একো ফল নহল। ৰোগ এনেকুৱা নৃশংস যে, সি ছেগ্ বুজি কি পণ্ডিত, কি মূৰ্খ, কি ৰজা, কি প্ৰজা, কি ধনী, কি ভিক্ষুক, কি বলী, কি দুৰ্ব্বল, সকলোকে আক্ৰমণ কৰে। বসন্ত কালৰ পচোৱা-বতাহে যেনেকুৱা সমস্ত-বস্তুৰ ৰস আকৰ্ষণ কৰে, তেনেকুৱা কালৰূপ-অজগৰেও অসম-মাতৃৰ এটি উজ্জ্বলতম-ৰত্নৰ জীৱন গ্ৰাস কৰিব ধৰিলে। যেতিয়া কালে আহি জীৱৰ কাষ চাপে, তেতিয়া কি মাক, কি সহোদৰ ভায়েক, কি পুতেক, কি বহুবল থকা বংশ, কোনোৱে কালে পোৱা জনক ৰাখিব নোৱাৰে। বিধি-বিমুখ হলে মানুহৰ বহু চেষ্টাও ব্যৰ্থ হয়। দিনক দিনে অসমৰ গৌৰৱ, দেৱ-বাণী-মন্দিৰৰ প্ৰধান-পূজক, কৱিতা-কাননৰ নিভৃত-কুঞ্জত কোকিল-সদৃশ পূজ্যপাদ শিক্ষাগুৰু মহামহোপাধ্যায় ৺ধীৰে-শ্বৰাচাৰ্য্য-কৱিৰত্ন-দেৱৰ প্ৰাণপ্ৰদীপ নিৰ্ব্বাণোন্মুখ হ'ল।

দেউৰ মোলবুজা ওচৰ-চুবুৰীয়াৰ মুখৰ মাত নাই-কিয়া হ'ল। দেউৰ জীৱন-সন্ধ্যা সমাগত দেখি, সংস্কৃত-কৱিতা-কমলিনীয়ে দুখত কোঁচ খালে। এনে কি দেউৰ

সঙ্কটাৱস্থাৰ গম পাই ফুলনিৰ ভোমোৰা আৰু মৌমাখিবোৰে মউপান কৰিবলৈ এৰি ক্ষীণকণ্ঠ হ'ল। দেৱৰ আত্মীয়-স্বজনে ঘনে ঘনে বাতৰি লব ধৰিলে। দেৱৰ অন্তৰাত্মাই জানিলে যে, ইবাৰ কালৰ হাতৰ পৰা নিস্কৃতি পোৱা টান। গতিকে অন্তৰত ভৱসাগৰৰ কৰ্ণধাৰ ইষ্টদেৱক ধ্যান কৰিব ধৰিলে। এই ভাবে আঠ-দহদিনমান শয্যাশায়ী হৈ থাকি, ইষ্ট-কুটুম্ব গাৱঁলীয়া, দেউক শ্ৰদ্ধা কৰা লোকবিলাকক আৰু শিক্ষিত সমাজক শোক-সাগৰত পেলাই বঙলা ১৩২৬ চনৰ, ৮ আঠ কাতি, শনিবাৰে, ৰাতি ৯ নটামান বজাত, মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্নদেৱে ক্ষণভঙ্গুৰ, নশ্বৰ-শৰীৰ এৰি জৰা-মৃত্যু-বৰ্জ্জিত, সচ্চিদানন্দময় বৈকুণ্ঠধামলৈ মহাপ্ৰয়াণ কৰিলে। মৃত্যুৰ সময়ত তেখেতৰ বয়স ৬৮ আঠবষ্টি বছৰ হৈছিল। আজি দেউ ইহলোকত নাই সঁচা, কিন্তু উজ্জ্বলিত হৈ থাকিল তেওঁৰ যুগমীয়া স্মৃতি, যশস্যা; আৰু সদ্‌গুণ ৰাশি।

---

## ১৫। শোক-প্ৰকাশ।

পূজ্যপাদ মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কৱিৰত্ন-দেৱে ইহলোকৰ পৰা মহাপ্ৰস্থান কৰাৰ পঞ্চম-দিনত ৺দেৱ-দামোদৰ ধামত এখন শোক-সভা হৈছিল। আদ্যশ্ৰাদ্ধৰ দিনাও ধামত আকৌ এখন শোক-সভা বহিছিল। সভাত দেউৰ শ্ৰাদ্ধাদিৰ



কাৰণে ৰবঙনিও সংগৃহীত হৈছিল। সিদিনা ধামৰ চাৰিও-কালত থকা সংস্কৃত-টোল, ছাত্ৰবৃত্তি আৰু নিম্ন প্ৰাইমাৰী স্কুলৰ পৰা বহু ছাত্ৰ আহি শোক-সভাত যোগ দিছিল।

দেউৰ মৃত্যুৰ পিচদিনা ৺দেৱ-দামোদৰ-ধামৰ ভূতভূৰ্ব্ব সম্পাদক ৺হৃদয় চন্দ্ৰ পাটোৱাৰীয়ে কোনো কাৰ্য্য-উপলক্ষে গুৱাহাটীলৈ আহিছিল। তাৰ পিচত তেওঁ ৺কালীচৰণ সেন উকিল প্ৰভৃতিৰ আগত দেউৰ বিয়োগ-বাতৰি জনোৱাত, বিজুলী-সঞ্চাৰে গুৱাহাটীত, মহামহোপাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য কবিৰত্নদেৱৰ মৰণ-সংবাদ পৰিব্যাপ্ত হ'ল। অসমৰ গৌৰৱ কবিৰত্নদেৱে ইহধাম ত্যাগ কৰাৰ বাতৰি শুনি, গুণগ্ৰাহী আৰু কৱিৰ সম্মান বুজা ভদ্ৰলোকসকল বিশেষ মৰ্ম্মাহত হ'ল; আৰু সেইবাবে কলেজ্, হাইস্কুল আদি হাফ্ দিছিল।

শ্ৰীঅম্বিকাগিৰী চৌধাৰী আৰু গুৱাহাটীৰ কলিজিয়েট্ হাইস্কুলৰ ভূতপূৰ্ব্ব শিক্ষক ৺জ্বল্‌তিৰাম লহ্‌কৰৰ উদ্যোগত গুৱাহাটীৰ জুবিলি-বাগিচাত, দেউৰ মৃত্যু উপলক্ষে এখন ডাঙৰ শোক-সভা হৈছিল। সেই সভাত প্ৰায় তিনি-শ-মান ভদ্ৰলোক উপস্থিত আছিল। সমৱেত-ভদ্ৰমণ্ডলীয়ে কৱিবৰৰ অমৰ আত্মাৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা আৰু সম্মান দেখুৱাই বনৰ ওপৰতে বহিছিল। তাৰ পাচত পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামী মহাশয়ে সভাপতিৰ আসন গ্ৰহণ কৰিলত, সভাপতিৰ অনুমতি লৈ ৺জ্বল্‌তিৰাম লহ্‌কৰে দেৱৰ কৱিত্ব, গুণ-গৰিমা

আদিৰ বিষয়ে বক্তৃতা দি শোক-সন্তপ্ত সভ্য-মণ্ডলীক শুনালে তাৰ পাচত সভাপতি মহাশয়ৰ বক্তব্য শেষ হোৱাত সভাভঙ্গ হৈছিল।

---

## ১৬। দেৱৰ কৃতিত্ব।

৺ধীবেশ্বৰাচাৰ্য্য-কবিৰত্ন মহোদয়ে বৃত্তমঞ্জৰী নামেৰে এখন সটীক ছন্দোগ্ৰন্থ, বাধিকাৰ কলঙ্কভঞ্জন কাব্য, শোক-প্ৰকাশ আৰু হৰ্ষপ্ৰকাশ নামেৰে দুখন সৰু খণ্ডকাব্য, গোপাললাস্থ, পৰমেশ্বৰাষ্টক, ৰামাষ্টক, শিৱস্তুতি আৰু কামাখ্যাষ্টক প্ৰভৃতি বহুত দেৱতাৰ সংস্কৃত-স্তৱ, অসমীয়া কাণখোৱাৰ সংস্কৃত-শ্লোকেৰে অনুবাদ, যজুৰ্ব্বেদীয় সন্ধ্যা-পদ্ধতিৰ অসমীয়া ভাঙনি, এখন অসম্পূৰ্ণ ধাতুপাঠ, অসম্পূৰ্ণ সংস্কৃত-আচাৰ্য্য-গীতি ইত্যাদি ৰচনা কৰিছিল। টীকা-টিপ্পনীৰে সৈতে ৰত্নমালা-ব্যাকৰণৰ এটি ভাল সংস্কৰণো লিখা বুলি শুনিছিলোঁ, কিন্তু সেইখন হাতে লিখা অৱস্থাতে অপহৃত হৈছিল। সেই সটীক ৰত্নমালা-ব্যাকৰণখন ওলালে ৰত্নমালা-শিক্ষাৰ্থী বিলাকৰ বিশেষ উপকাৰ হ'ল হেঁতেন। যি হওক দেৱৰ স্বৰচিত গ্ৰন্থবিলাকৰ ভিতৰত বৃত্তমঞ্জৰী নামেৰে সটীক ছন্দোগ্ৰন্থখনেই বিশেষ প্ৰসিদ্ধি লাভ কৰিছে। ইয়াৰ পৰিচয় পৰিশিষ্টত লিখা হৈছে। বৃত্তমঞ্জৰী-খনত



দেৱৰ অদ্ভুত-প্ৰতিভা, কবিত্বশক্তি আৰু সমালোচন-শীলতাৰ পৰিচয় পূৰ্ণমাত্ৰাত পৰিস্ফুট হৈ উঠিছে। তেওঁ শ্ৰুতবোধ নামে ছন্দোগ্ৰন্থ-প্ৰণেতা মহাকবি কালিদাসৰ; আৰু ছন্দো-মঞ্জৰীকাৰক গঙ্গাদাস সূৰিৰো ঠায়ে ঠায়ে ভুল দেখুৱাইছে।

বৃত্তমঞ্জৰীখন ৰচনা কৰোঁতে তেওঁ বৃত্তৰত্নাকৰ, প্ৰাকৃত-পিঙ্গল, পিঙ্গলছন্দ, বাণীভূষণ, ছন্দোমঞ্জৰী আৰু শ্ৰুতবোধ আদি বহুত ছন্দঃশাস্ত্ৰ; আৰু বহু কাব্য-নাটকাদিও আলোচনা কৰিব লগীয়া হৈছিল। পূৰ্ব্বৱৰ্ত্তী কবিৰ ভ্ৰম-প্ৰমাদাদি দেখুৱাই সমালোচনা পূৰ্ব্বক নতুন গ্ৰন্থ ৰচনা কৰা সহজ-সাধ্য নহয়। জন্মান্তৰীয় কবিত্ব আৰু প্ৰতিভাৰ বীজ তেখেতৰ অন্তৰ্নিহিত আছিল। বিপুল অধ্যৱসায়; আৰু প্ৰয়োজক কৰ্ত্তাসকলৰ অনুপ্ৰেৰণাৰূপ-ৱাৰি-সেকৰ দ্বাৰা কালক্ৰমে তেওঁৰ কবিত্ব-তৰু ফুল-ফলেৰে জাতিষ্কাৰ হৈছিল।

প্ৰয়োজক কৰ্ত্তাসকলৰ উদগনি নাপালে বোধ কৰো তেওঁৰ কবিত্ব-শক্তিৰ পূৰ্ণবিকাশ নহলহেঁতেন। আউনীআটীয় ভূতপূৰ্ব্ব-সত্ৰাধিকাৰ মাননীয় ৺দত্তদেৱ গোস্বামীৰ অনুপ্ৰেৰণাৰে দেৱৰ ভাব-ফুলনিৰ পৰা বৃত্তমঞ্জৰী মুঞ্জৰিতা হৈছিল। পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰ উদগণিত ভূতপূৰ্ব্ব মহামান্য ভাৰত সম্ৰাট সপ্তম এডৱাৰ্ডৰ মৃত্যু-উপলক্ষে শোকপ্ৰকাশ; আৰু ভূতপূৰ্ব্ব মহামান্য পঞ্চমজৰ্জ্জৰ ৰাজ্যাভিষেক উপলক্ষে হৰ্ষপ্ৰকাশৰ জন্ম হৈছিল।

৺কালীচৰণ সেন উকিল প্ৰমুখ্যে কিছুমান ভদ্ৰলোকৰ অনুৰোধত সময়ে-সময়ে দেৱে কামাখ্যাষ্টককে আদি কৰি বহু সংস্কৃত-স্তোত্ৰ ৰচনা কৰিছিল।

দেৱে মোৰ আগত কৈছিল যে,—“সংস্কৃত-শিক্ষাৰ লগে লগে শ্লোক ৰচনা কৰা বিষয়ত তেওঁৰ ধাউতি আছিল।” তেওঁ ৺আনন্দৰাম বৰুৱাৰ বহুত আৱশ্যকীয়; আৰু মূল্যবান্ সংস্কৃত-গ্ৰন্থ হস্তগত কৰিছিল। সেই গ্ৰন্থবিলাক মই ৺কামাখ্যা-ধামৰ-টোলত পাঠ্যাৰম্ভাত দেখিছোঁ।

৺ধীবেশ্বৰাচাৰ্য্যে সংস্কৃত-সাহিত্য-সাগৰ মথি বৃত্তমঞ্জৰী ৰূপ ছন্দৰ মালা গাঁথি থৈ গৈছে। বৃত্তমঞ্জৰী দেউৰ জীৱন-সৰ্ব্বস্ব আছিল। কোনোবা সংস্কৃত-পণ্ডিত নাইবা শিক্ষিত ভদ্ৰলোক ৺কামাখ্যাধামলৈ আহিলত, দেৱে তেওঁলোকক বৃত্তমঞ্জৰীখন দেখুৱাইছিল; আৰু বৃত্তমঞ্জৰীখন চাই বহু-পণ্ডিতে দেউক অশেষ প্ৰশংসা কৰিছিল।

---

## ১৭। দেৱৰ প্ৰত্নতত্ত্বানুৰাগ।

### (ক) তামৰ ফলি সংৰক্ষণ আৰু পাঠোদ্ধাৰ।

### বলবৰ্ম্মাৰ তাম্ৰশাসন।

***আবিষ্কাৰ***—উনবিংশতি-শতিকাৰ শেষ-ভাগত নগাওঁ জিলাৰ পুৰণিগুদামৰ ওচৰত, কলং নৈৰ সোঁ-পাৰত খাটানগাওঁ মৌজাৰ সুতাৰগাৱঁৰ এজন খেতিয়কে মাটিৰ তলত বলবৰ্ম্মাৰ এখন তাম্ৰশাসন পাইছিল। এদিন শাসনখন ঘটনাক্ৰমে পুলিছ, ছাব্ ইনছ্পেক্টৰ ৺ভদ্ৰকান্ত গোঁহাইৰ হস্তগত হোৱাৰ পাচত, তেওঁ ৺ধীবেশ্বৰাচাৰ্য্য কৱিৰত্ন দেউক ফলিখনৰ পাঠোদ্ধাৰ কৰিবলৈ দি, তাৰ পাচত শাসনখনকে দেউক দান কৰে।

***পাঠোদ্ধাৰ***—দেৱে শাসনখন পাই পানীৰে পৰিষ্কাৰ কৰি ধুই পাঠ-উদ্ধাৰ কৰিছিল। তেতিয়া গুৱাহাটীত অসমীয়া-ভাষাত প্ৰকাশিত আসাম নামে সাদিনীয়া বাতৰি-কাকতখনত দেৱে শাসনখনৰ অৰ্থ; আৰু গুৱাহাটীৰ বঙ্গীয়-সাহিত্যানুশীলনী সভাত, তেওঁ নিজে বঙলা-ভাষাত শাসনখনৰ বুৰঞ্জী আৰু আচল কথা প্ৰকাশ কৰিছিল। তাৰ পাচত মহামতি গেইট্ চাহাবে * কৱিৰত্ন মহোদয়ৰ পৰা শাসনখন নি বেঙ্গল-

* Copper plates.

(3) A copper plate dug up by a cultivator in Nowgong, and now in the possession

এছিয়াটিক-চছায়িটীলৈ পঠোৰাত, উক্তৰ হৰ্ণলি চাহা
উক্ত চছায়িটীৰ জৰ্ণালত শাসনখনৰ পাঠ আৰু; ব্যাখ
প্ৰকাশ কৰিছিল। শেষত ৺পদ্মনাথ বিদ্যাবিনোদে কলিকতাৰ
সাহিত্য-পৰিষৎ-পত্ৰিকাত শাসনখনৰ আকৌ আলোচন
কৰিছিল।

***শাসনখনৰ পৰিচয়***—তাম্ৰশাসনখনত তিনিখন ফলি
আছে। ফলি তিনিখনক এটা লোহাৰ বেৰিৰে গাঁথি
থোৱা আছে। ফলিৰ বাওঁ-দাঁতিৰ কাষৰ মাজভাগত একোটাকৈ
ঘুৰণীয়া বিন্ধা আছে। এই বিন্ধাৰ ভিতৰেদি বেৰিটো
সোমোৱাই ফলিবোৰ গঁথা। বিন্ধাৰ চাৰিওফালে অলপ
অলপ ঠাই খালি এৰিছে। বেৰিটোৰ মূৰত বুকুৰ আকৃ-
তিৰ পাত্ৰৰ নিচিনা এটা মাৰ্কা আছে। মাৰ্কাটিৰ মাপ

---

of Pandit Dhireswar Bhattacharyya of Gauhati. Through the kindness of the owner, this plate was procured and sent for decipherment to, Dr. A. F. R. Hoernle. It recounts a grant of land by Balvarma Deva, who was apparently the grandson of the Vanamala of the Tezpur plate. His ancestry is described as fallows 11 pages. Report on the progress of Historical Reserch in Assam.

BY E. A. GAIT ESQ. I. C. S.
Honorary Director of Ethnography in Assam.
1897.



৫×৩½ ইঞ্চি। মাৰ্কাত এটা হাতীৰ সম্মুখ-ভাগৰ মূৰ্ত্তি; আৰু কেইটিমান পদ লিখা আছে।

**বিৱৰণ**—উক্ত তাম্ৰশাসনৰ পৰা তলত দিয়া বিৱৰণ জানিবলৈ পোৱা যায়। বৰাহৰূপ ধৰা ভগৱান্ নাৰায়ণৰ নৰক নামে মহাপৰাক্ৰান্ত পুত্ৰ কামৰূপৰ প্ৰাগ্‌জ্যোতিষপুৰ নগৰত বাস কৰিছিল। তেওঁ পৰলোকলৈ যোৱাত, তেওঁৰ পুতেক ভগদত্ত আৰু বজ্ৰদত্তই যথাক্ৰমে ৰাজত্ব কৰিছিল। তেওঁলোকৰ বংশৰ বহুত ৰজাই ৰাজ্যভোগ কৰি ইহধাম এৰাৰ পাচত শালস্তম্ভ ৰজা হৈছিল। তেওঁৰ বংশৰ পালক-বিজয় প্ৰভৃতি বহু ৰজাই ৰাজত্ব কৰাৰ পাচত হৰ্জ্জৰ নামে এজন ৰজা হৈছিল। তেওঁৰ পুতেক বনমালদেৱ প্ৰবল-পৰাক্ৰমী ৰজা আছিল। বনমালদেৱৰ পুতেক জয়মালদেৱ, আৰু জয়মালদেৱৰ পুতেক বীৰবাহু ক্ৰমে ৰজা হৈছিল। বীৰবাহুই অম্বা নামে কন্যাক বিয়া কৰাই তেওঁৰ গৰ্ভত বলবৰ্ম্মা নামে এটি পুত্ৰ জন্ম দিয়ে। ঔষধে গুণ নিদিয়া তেওঁৰ উৎকট বেমাৰ এটা উপস্থিত হোৱাত, কমবয়সীয়া কুমাৰ বলবৰ্ম্মাক তেওঁৰ ৰাজপাটত বহুৱায়। বলবৰ্ম্মাই লৌহিত্যৰ ওচৰত হাৰূপেশ্বৰ নামে ৰাজধানীত বসতি কৰিছিল।

কপিল-গোত্ৰীয়, কাণ্বশাখাৰ মালাধৰভট্ট নামে এজন পণ্ডিত-বামুণ আছিল। তেওঁৰ পুতেক দেৱধৰে শ্যামায়িকা নামে পত্নীৰ গৰ্ভত শ্ৰুতিধৰ নামে এটি পুত্ৰ জন্ম দিয়ে।

শ্রুতিধৰে বেদাধ্যয়ন শেষ কৰি, গুৰুৰ ঘৰৰ পৰা উভতি আহি গৃহী হবলৈ মনস্থ কৰি, বিষুবৎ-কালত বিত্তপ্ৰাৰ্থী হৈ ৰজাৰ ওচৰত উপস্থিত হোৱাত, মহাৰাজ বলবৰ্ম্মাদেৱে লৌহিত্যৰ দক্ষিণপাৰত দিজ্জিনা নামে ঠাইৰ অন্তৰ্গত চাৰি হাজাৰ পূৰা ধান উৎপন্ন হোৱা হংসিৰাখ্য নামে জমি এডোখৰ দান কৰে। হাতীৰ মূৰ্ত্তি থকা যি মোহৰটি আছে, তাত স্বস্তি শ্ৰীপ্ৰাগ্‌জ্যোতিষাধিপান্বয়ে মহাৰাজাধিৰাজ শ্ৰীবলবৰ্ম্মাদেৱ এই কথা-শাৰী লিখা আছে। * (ক)

দেউ ৺কামাখ্যাধামৰ টোলত থকা সময়ত মই ফলিখন দেখিছোঁ। তেওঁ ফলিখন যত্ন কৰি ৰাখিছিল। সেইটো চাহাবে দেউৰ পৰা ফলিখন নিয়াই ফলিখনৰ বেৰিটো কটোৱাৰ কাৰণে দেৱে বেজাৰ পাইছিল। তাৰ পাচত চাহাব ৰাহাদুৰে পাঠোদ্ধাৰ কৰাই আকৌ দেউক ওভোতাই দিছিল।

এসময়ত দেৱে দিনাজপুৰৰ ৰাজবাড়ীত থকা এটি শিলৰ স্তম্ভত খোদিত সংস্কৃত-লিপিৰ পাঠোদ্ধাৰ কৰি ৰজাৰ পৰা পুৰস্কাৰ পাইছিল। সেই স্তম্ভৰ লিপিৰ পাঠোদ্ধাৰ কিছুমান পণ্ডিতে কৰিবলৈ পৰা নাছিল। * (খ)

* (ক) লেখক ৺শনিৰাম বৰা।
১৮৪১ শক ১ম ভাগ, ৪র্থ সংখ্যা (চেতনা)।
আঘোণ মাহ।

* (খ) এই কথাটো দেৱে মোক কৈছিল।

* (গ) এদ্দিন ৺ধীৰেশ্বৰাচাৰ্য্যদেৱে ৺কালীচৰণ সেন উকিল; আৰু

# উপলব্ধি

১। ৺ধীৰেশ্বৰাচাৰ্য্য-কৱিৰত্ন-বিৰচিত আচাৰ্য্য-গীতি আৰু বৃত্তমঞ্জৰীত দেৱৰ বংশ-পৰিচয়ৰ নিদৰ্শন।

আসীৎ শ্ৰীহৰ্ষকৱিঃ শ্ৰীহীৰাচাৰ্য্য-দেহসম্ভূতঃ।
জনমান্য-কান্যকুব্জে দ্বিজৰাজযশা দ্বিজস্তপঃ পূতঃ ॥১॥
যঃ সাৰস্বত-চিন্তামণি-মন্ত্ৰ-বিচিন্তনেন শাস্ত্ৰান্তম্।
গতবান্নৈষধচৰিতাদীনি চ ৰচয়াম্বভূব কাব্যানি ॥২॥
স কদাচিন্নৃপতিনা যিযক্ষুণাহূত আদিশূৰেণ।
বঙ্গং সঙ্গম্য নৃপাৰ্থনয়া বসতিং চকাৰ তত্ৰৈব ॥৩॥
তদ্বংশে জয়ভাৱতিৰাচাৰ্য্যোঽভূৎ পুৰা নৱদ্বীপে।
শ্ৰোত্ৰিয়-কুল-মৌলিমণিৰ্দ্দাৰ্শনিকানাম্মনীষিণাম্প্ৰথমঃ ॥৪॥
আসীদ্ যস্য সতীৰ্থো বৈষ্ণৱ-ধৰ্ম্ম-প্ৰৱৰ্ত্তকো বিদ্বান্।
গৌৰাঙ্গাপৰনামা চৈতন্যঃ কৃষ্ণভক্তিসম্পন্নঃ ॥৫॥
শ্ৰীচৈতন্যসহায়স্তীৰ্থাটনসম্ভ্ৰমাৎ স আচাৰ্য্যঃ।
সম্প্ৰাপ কামৰূপং ৰাপী-তটিনী-তটোল্লসদ্ যূপম্ ॥৬॥

পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰে সৈতে কোনো এটি বিষয়ৰ অনুসন্ধান কৰিবলৈ, ছোৱালকুছিৰ পৰা কিছু আঁতৰত, ব্ৰহ্মপুত্ৰত থকা ৰাক্ষসী-পাহাৰলৈ গৈছিল। ইয়াৰ দ্বাৰা প্ৰতিপন্ন হয় যে, প্ৰত্নতত্ত্ব-বিষয়তো দেউৰ বাপ্ আছিল।

